## জ্ঞানৰ বন্তি জ্বলাই ৰাখিম

হে ভাৰতীয় যুৱক!
জ্ঞান-বিজ্ঞান আৰু
মানৱতাৰ পূজাৰী!
সংকীৰ্ণ আৰু তুচ্ছ লক্ষ্য
এক অপৰাধ!

মোৰ স্বপ্ন মহান!
মই শ্ৰম কৰিম
মোৰ দেশ মহান হওক!
বিত্তশালী হওক!
গুণৰ আকৰ হওক!

এই প্ৰেৰণাৰ ভাব অমূল্য
এই ধৰাৰ ওপৰত কিম্বা তলত
ক'ৰবাত নহয় ক'ৰবাত
বন্তি এগছি জ্বলাই ৰাখিম
যাৰ আলোকেৰে
মোৰ দেশ মহান হ'ব!

*[২০০২ চনৰ ২২ মাৰ্চৰ দিনাখন ড° কালামে ইংৰাজীত লিখা কবিতাটোৰ অনুবাদ]*

# তেজস্বী মন

ড° এ পি জে আব্দুল কালামৰ IGNITED MINDS-ৰ অনুবাদ

অনুবাদ

সুৰেশ শৰ্মা




জ্যোতি প্ৰকাশন

পাণবজাৰ ঃ গুৱাহাটী ঃ অসম

**TEJASWI MON** : *Dr. A P J Abdul Kalam's IGNITED MINDS, translated into Assamese by Shri Suresh Sharma and published by Shri Nagen Sarmah, Jyoti Prakashan, Panbazar, Guwahati 781 001, Assam, in arrangement with Penguin Books India (P) Ltd., New Delhi.* **First published** : 17th Guwahati Book Fair, '03.

**Third edition** : November, 2004 **Price** : *Rupees Eighty only*

---

**প্ৰকাশক ঃ**
শ্ৰীনগেন শৰ্মা
জ্যোতি প্ৰকাশন
যশোৱন্ত পথ, পাণবজাৰ
গুৱাহাটী ৭৮১ ০০১
অসম

**প্ৰথম প্ৰকাশ ঃ** সপ্তদশ গুৱাহাটী গ্ৰন্থমেলা, ২০০৩
**দ্বিতীয় প্ৰকাশ ঃ** অক্টোবৰ, ২০০৩
**তৃতীয় প্ৰকাশ ঃ** নৱেম্বৰ, ২০০৪

**বেটুপাত ঃ** পদ্ম সিংহ

**মূল্য ঃ** ৮০.০০ টকা

**ছপাশাল ঃ**
হৰাইজন প্ৰিন্টাৰ্ছ
১৪৮৮, পাটাউদী হাউছ
দৰিয়াগঞ্জ, নতুন দিল্লী

# উৎসৰ্গ

স্নেহল থকুৰ নামৰ দ্বাদশ শ্ৰেণীত পঢ়ি থকা কিশোৰী ছাত্ৰী এজনীলৈ এই গ্ৰন্থখন উৎসৰ্গ কৰা হ'ল। ২০০২ চনৰ ১১ এপ্ৰিলৰ দিনাখন সন্ধিয়া পৰত মই আনন্দ্‌গৈ পাওঁতে সাম্প্ৰদায়িক অশান্তিৰ বাবে ঠাইখন সান্ধ্য আইনৰ কবলত আছিল। পিছদিনাখন আনন্দালয় উচ্চ ইংৰাজী বিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীৰ সৈতে বাৰ্তালাপ কৰি থাকোতে এটা প্ৰশ্ন উত্থাপিত হৈছিল ঃ 'আমাৰ আচল শত্ৰু কোন?'

অলেখ উত্তৰ আহিছিল। কিন্তু আমাৰ আটাইৰে মনোগ্ৰাহী শুদ্ধ উত্তৰটো দিছিল সেই কিশোৰীয়ে ঃ 'দৰিদ্ৰতাই আমাৰ ঘাই শত্ৰু।'

এৰা, ইয়েই আমাৰ সমস্যাসমূহৰ মূল কাৰণ। আমি নিজৰ মাজতে অৰিয়াঅৰি কৰি নাথাকি ইয়াকেই আমাৰ সংগ্ৰামৰ লক্ষ্য কৰি লোৱা উচিত।

## কৃতজ্ঞতা স্বীকাৰ ঃ

এই কিতাপখন লেখি থাকোঁতে মোৰ বিশেষভাৱে কামত অহা কিছুসংখ্যক গ্ৰন্থ তালিকাভুক্ত কৰিছিলোঁ। মোৰ গ্ৰন্থখনৰ বিষয়বস্তুৰ সৈতে সংগতি থকা তিনিখন গ্ৰন্থ বিশেষভাৱে মোৰ কামত আহিছে। এই তিনিখন বিশেষ গ্ৰন্থৰ প্ৰথমখন হ'ল কামেশ্বৰ চি. ৱালিৰদ্বাৰা প্ৰণীত 'চন্দ্ৰ ঃ এ বায়'গ্ৰাফি অব্ এছ. চন্দ্ৰশেখৰ' [পেংগুইন বুক্ছ]; দ্বিতীয়খন হ'ল— দেনিছ বেইটলী প্ৰণীত 'এম্পায়াৰ্ছ অব্ মাইন্দ' [নিকোলাছ ব্ৰীয়ালি পাব্লিছিং]; আৰু তৃতীয়খন ড° বেইনি ডব্লিউ. ডায়াৰ প্ৰণীত 'মেনিফেষ্ট ইয়'ৰ ডেছ্টিনী' [হাৰ্পাৰ্ কলিন্স]। ব্যক্তিগত কৃতি বা সফলতা সন্দৰ্ভত তেওঁৰ চিন্তা-ভাবনা এখন ৰাষ্ট্ৰৰ নিজস্ব সম্ভাৱনীয়তা সম্পৰ্কে চেতনাৰ উদ্ৰেককাৰী আহ্বানৰ ক্ষেত্ৰত মোৰ উপযোগী যেন ধাৰণা হৈছিল। আন যি কেইখন গ্ৰন্থ চোৱা-চিতা কৰিছিলো সেইবোৰৰ নামো প্ৰসঙ্গপুথি হিচাপে নিৰ্ঘণ্টত সন্নিবিষ্ট কৰা হ'ল।

# সূচীপত্ৰ

*'The ignited mind is the most powerful*
*resource on earth.'*

[প্ৰজ্জ্বলিত প্ৰজ্ঞা এই ধৰাৰ আটাইতকৈ শক্তিশালী সম্পদ।]

***– A P J Abdul Kalam***

## অনুবাদকৰ টোকা

The ignited mind is the most powerful resource on earth.
[প্ৰজ্জ্বলিত প্ৰজ্ঞা এই ধৰাৰ আটাইতকৈ শক্তিশালী সম্পদ।]

— ড° আব্দুল কালাম

দেশৰ মহান ৰাষ্ট্ৰনায়ক আৰু খনিকৰসকলৰ গৌৰৱমণ্ডিত পিৰিয়েদি আহি বৰ্তমানে আমাৰ ৰাষ্ট্ৰপ্ৰধান হোৱা ড° আব্দুল কালামে দেশৰ যুব প্ৰজন্মক প্ৰত্যক্ষভাৱে জড়িত কৰি তেওঁৰ স্বপ্নৰ ভাৰতবৰ্ষখন নিৰ্মাণ কৰিব খুজিছে। এই মহান স্বপ্নদৰ্শীজনৰ সৱল বিশ্বাস — অমিত শক্তিৰ অধিকাৰী এই ডেকাশক্তিয়েই ৰাষ্ট্ৰৰ বুনিয়াদ মজবুত কৰি দেশক অখণ্ডতা আৰু নিছিদ্ৰ সাৰ্বভৌমত্বৰ পিনে আগুৱাই নিব পাৰিব। দেশপ্ৰেমত উজ্জীৱিত কৰি তেওঁলোকৰ মনত দেশ-বিকাশৰ মূলমন্ত্ৰ প্ৰোথিত কৰিব পাৰিলেই তেওঁলোকে দেশৰ আভ্যন্তৰীণ শক্তিক উন্মোচিত (unleash the power within India) কৰিব পাৰিব। বুকুত অবিসম্বাদী দেশপ্ৰেমৰ মহান মন্ত্ৰ, চকুত উদ্ভাসিত স্বপ্নৰ দ্যোতনা, মহাৰ্ণৱসদৃশ প্ৰজ্ঞা আৰু মনীষা লৈ তেওঁ ভাৰতৰ ইমূৰৰ পৰা সিমূৰলৈ অবিশ্ৰান্তভাৱে পৰিক্ৰমা কৰি দেশৰ ডেকা শক্তিক উদ্বুদ্ধ কৰি ফুৰিছে। আদিগন্ত-হিমালয়সংকাশ ব্যক্তিত্বৰ অধিকাৰী কোবিদ বিজ্ঞানীগৰাকীয়ে নতুন এক সহস্ৰাব্দৰ শুভপ্ৰত্যুষৰ শুভলগন নিজ চকুৰে প্ৰত্যক্ষ কৰাৰ সপোন (India 2020 : A Vision for the New Millennium) দেখিছে। দেশৰ যুৱশক্তিক প্ৰেৰিত কৰাৰ বাবে তেওঁ অহৰ্নিশে যি পৰিক্ৰমা কৰিছে তাৰেই স্বাক্ষৰ Ignited Minds (অনু.— তেজস্বী মন) নামৰ গ্ৰন্থখনৰ ছত্ৰে ছত্ৰে বৰ্তমান। গ্ৰন্থখনত বৰ্ণিত তেওঁৰ এই বিৰামহীন পৰিক্ৰমা এক তীৰ্থযাত্ৰাৰ দৰে। অবিনাশী এক ঐশী-দৃষ্টি (divine vision)ৰ জ্যোতিৰে জ্যোতিষ্মান হোৱা বিজ্ঞানী আৰু মানৱতাবাদী (scientist and humanist) জনে দেশৰ প্ৰতিজন ব্যক্তিক তেওঁৰ সেই তীৰ্থযাত্ৰাৰ সংগী হৈ দেশনিৰ্মাণৰ মহান যজ্ঞত অংশগ্ৰহণ কৰিবলৈ আহ্বান জনাইছে।

মহামান্য ৰাষ্ট্ৰপতিগৰাকীৰ এই অসামান্য গ্ৰন্থখনৰ অনুবাদৰ স্বত্ব জ্যোতি

প্ৰকাশন আৰু মোৰ নামত প্ৰদান কৰি পেংগুইন ইণ্ডিয়াৰ দায়িত্বশীল বিষয়া শ্ৰীমতী গীতা ভাটিয়াই যি অকুণ্ঠ সহযোগিতা আগবঢ়ালে তাৰ বাবে মই তেওঁৰ শলাগ লৈছো মুক্ত কণ্ঠে। অনুবাদ কৰি থকা সময়তো তেখেতে ফোনেৰে মোক বিভিন্ন পৰামৰ্শ দি আহিছে। তেখেতলৈ গভীৰ কৃতজ্ঞতা যাচিলো। অনুবাদৰ স্বত্ব লাভ কৰাৰ ক্ষেত্ৰত ঘাইকৈ যিজন ব্যক্তিয়ে মোক সহায় কৰিলে তেওঁ হ'ল 'টাইম্‌লী বুক চেণ্টাৰ'ৰ ডেকা সুহৃদ শ্ৰীময়ুৰ জে টান্না। অফুৰন্ত কৰ্মচঞ্চল, সপ্ৰতিভ আৰু বন্ধু-ভাবাপন্ন ময়ুৰৰ সৈতে মোৰ বহুদিনৰ পুৰণি চিনাকি। গ্ৰন্থ ব্যৱসায়ৰ কামত দেশে-বিদেশে ভ্ৰমি ফুৰা ময়ুৰৰ সহায় অবিহনে দিল্লীস্থ পেংগুইনৰ পৰা অনুবাদৰ স্বত্ব লাভ কৰাটো মোৰ পক্ষে দুৰূহ হ'লহেঁতেন। ব্যৱসায়িক সম্পৰ্কৰ কথা বাদ, জ্যোতি প্ৰকাশনৰ শ্ৰীযুত নগেন শৰ্মাৰ সৈতে তেওঁৰ অন্তৰংগতা, মোৰ প্ৰতি থকা সৌহাৰ্দ্য আৰু সদিচ্ছাৰ বাবেই তেওঁ আমাৰ কাৰণে অনুবাদৰ স্বত্ব উপলব্ধ কৰাত বহুখিনি ত্যাগ স্বীকাৰ কৰিলে। আশাকৰো আমাৰ এই সৌহাৰ্দ্য সদায় অটুট থাকিব।

গ্ৰন্থখনৰ অনুবাদৰ স্বত্ব লাভ কৰা চিঠিখন দিল্লীৰ পৰা অহাৰ লগে লগে যি কেইজন শুভাকাংক্ষীয়ে স্বতঃস্ফূৰ্ত উলাহ প্ৰদৰ্শন কৰিলে তাৰ ভিতৰত মই প্ৰথমে নাম ল'ব লাগিব স্নেহশীলা নবৌ শ্ৰীযুতা ইলা শৰ্মা আৰু তেখেতৰেই সুকন্যা ময়ুৰাক্ষি শৰ্মা (মাম্‌ছি)ৰ। কি বুলি তেওঁলোকৰ শলাগ লওঁ — সকলো ভাষাইচোন অকুলন হয়। অন্তৰৰ কথা অন্তৰতে থাকক তেনেহ'লে! শ্ৰীমান দীপলু ৰঞ্জন শৰ্মা বয়সত অনুজ হ'লেও তেওঁৰ অন্তৰ্বীক্ষণ মোতকৈ বহুগুণে বেছি। তাৰ প্ৰমাণ — 'অগ্নিৰ ডেউকা'। এইবাৰো কিতাপখন প্ৰকাশ হোৱাৰ ক্ষেত্ৰত তেওঁ যি অবিৰাম তাগিদা আৰু উৎসাহ দি আহিছে তাৰ বাবে তেওঁক হৃদয়ৰ পৰা ধন্যবাদ যাচিলো।

মোৰ অন্যতম শুভাকাংক্ষী বন্ধু লেখক-সাংবাদিক শ্ৰীশান্তনু কৌশিক বৰুৱাৰ উৎসাহো পাহৰিব নোৱাৰো। এইজনা বন্ধুৰ কামৰ যি নৈপুণ্য, নিঃসন্ধি পৰিকল্পনা আৰু বিচক্ষণতা — বন্ধুত্বৰ ক্ষেত্ৰতো একেই অবিচল নিষ্ঠা। তেওঁৰ প্ৰতিভাৰ যোল কলাৰ একলামানো এই অকিঞ্চনে পোৱা হ'লে।

এইবাৰো মোৰ বন্ধু শ্ৰীপ্ৰবীণ শৰ্মা, হেমন্ত দাস আৰু চিৰঞ্জিৎ লহকৰে মোক মানসিকভাৱে প্ৰচুৰ উৎসাহ যোগাইছে। বন্ধু শ্ৰীচন্দন শৰ্মাৰ শুভেচ্ছা আৰু সহযোগিতা মই কোনোদিনে পাহৰিব নোৱাৰো।

'অগ্নিৰ ডেউকা'খনৰ অনুবাদ সম্পৰ্কে যিকেইজন লোকে উচ্ছ্বাস-ভৰা ভাষাৰে অকুণ্ঠচিত্তে প্ৰশংসা কৰিছিল তাৰ ভিতৰত শ্ৰদ্ধেয়া শ্ৰীযুতা ৰাণী গোহাঁই বাইদেউ অন্যতম। তাৰ বাবে তেখেতলৈ গভীৰ শ্ৰদ্ধা নিবেদন কৰিলো। বন্ধুপত্নী শ্ৰীদীপিকা পৰদেশীও মোৰ এগৰাকী ভাল বন্ধু। মই 'ইগ্‌নাইটেড্ মাইন্দ্‌চ্'

অনুবাদ কৰিম বুলি শুনি তেওঁ 'দ্য হিন্দু' কাকতত 'ইগ্‌নাইটেড মাইন্দ্‌চ্‌'ৰ অমিতা মালিকে কৰা এটা পুথি পৰ্যালোচনাৰ পেপাৰ কাটিং বহুদিন ধৰি মোৰ বাবে ৰাখি থৈছিল। সেই পৰ্যালোচনাটিয়ে গ্ৰন্থখনৰ নিৰ্যাস অনুভৱ কৰাত মোক বৰকৈ সহায় কৰিলে! বন্ধুত্বৰ এনে পৰাকাষ্ঠা ক'ত পাম!

আছাম ট্ৰিবিউনৰ স্বত্বাধিকাৰ-গোষ্ঠীৰ শ্ৰীযুতা ৰেখা বৰুৱা বাইদেউৰ সস্নেহ শুভেচ্ছা আৰু সহায়ৰ বাবে ঋণ স্বীকাৰ কৰিছো।

শ্ৰদ্ধেয় ড° হীৰেন গোহাঁই ছাৰৰ সৈতে কথা পাতিও দুই-এটা খোকোজা মাৰিবলগীয়া হৈছে। ছাৰৰ চেনেহ আৰু আশীৰ্বাদ মোৰ বাবে পৰম পাথেয়। কটন কলেজৰ সহপাঠী বান্ধৱী শ্ৰীমতী আৰাধনা (পটংগীয়া) গোস্বামী আৰু তেওঁৰ স্বামী শ্ৰীযুত ৰঞ্জিত কুমাৰ দেৱ গোস্বামীৰ শুভেচ্ছাৰ বাবেও শলাগ লৈছো। মোৰ টাং-গুটি খেলা দিনৰে সহপাঠী বন্ধু জগদীশ শৰ্মা আৰু মদন শৰ্মাৰ উৎসাহৰ সীমা নাই।

জ্যেষ্ঠ সহকৰ্মী শ্ৰীযুত ৰাখাল চন্দ্ৰ লেখাৰু-দাৰ পৰা অকুণ্ঠ প্ৰশংসা আৰু শুভেচ্ছা পাইছো। তেখেতক বিশেষভাৱে ধন্যবাদ জনালো। তাৰ উপৰি শ্ৰীযুত ফণীধৰ মিশ্ৰ, শ্ৰীযুতা দীপিকা বাইদেউ আৰু তেখেতৰ স্বামী, মোৰ বন্ধু শ্ৰীঅৱনীকান্ত মিশ্ৰ ভাগৱতী, জিতেন দাস, কমলৰঞ্জন শূৰ ৰয়, শব্দৰাম ৰাভা আৰু সৰ্বেশ্বৰ শৰণীয়াৰ শুভেচ্ছাৰ বাবে কৃতজ্ঞতা জনালো।

জ্যোতি প্ৰকাশনৰ নিষ্ঠাবান কৰ্মীকেইজনে মোক কিমান ভাল পায় সেয়া জোখাৰ কোনো 'য়াৰ্ড্‌ষ্টিক্‌' (মাপকাঠী) নাই। বন্ধুসম বিনোদ ভূঞাই মোক কোনোদিনে আগত প্ৰশংসা নকৰে, কিন্তু 'বৈৰীভাৱে চিন্তিবাহা মোক'— তেওঁৰ হৃদয়ৰ এই ভাষা মই জানো! শ্ৰীমান হেমন্ত শৰ্মা, সুশীল শৰ্মা, সত্যেন শৰ্মা, মণ্টু কলিতা, নিৰঞ্জন শৰ্মা, পুৰন্দৰ কলিতা, দ্বিজেন দাস, ৰিংকু বৈশ্য আটাইকেইজন মোৰ ভাতৃসম। তেওঁলোকৰ নিৰ্ভেজাল ভালপোৱা মোৰ বাবে পৰম হেঁপেহুৱা ধন! ময়ূৰ ডেস্কটপৰ বিকাশজ্যোতি বৰুৱা, বিজয় কাকতী, বিমান সিংহ, বিপুল ভাগৱতী, সুৰথ ডেকা, নৃপেন নাথ আৰু প্ৰাঞ্জল হাজৰিকাই অতি নিষ্ঠাৰে কম সময়ৰ ভিতৰতে কিতাপখন ছপাৰ উপযোগী কৰি দিয়া বাবে মই তেওঁলোকৰ প্ৰতি কৃতজ্ঞ। ত্ৰিনয়ন গ্ৰাফিক্‌ অফছেটৰ শ্ৰীৰাম প্ৰসাদৰ বন্ধুত্বৰ টানো অনুভৱ কৰি আহিছো। মননশীল শিল্পী শ্ৰীপদ্ম সিংহই নিষ্ঠা সহকাৰে কিতাপখনৰ বাকলিপিঠিখন বনাই দি মোক বন্ধুত্বৰ এনাজৰীৰে বান্ধি ৰাখিছে। ভাতৃপ্ৰতিম বন্ধু শিল্পী ৰঞ্জিৎ গগৈৰ সহযোগিতা অনস্বীকাৰ্য।

মোৰ ভিনদেউ শ্ৰীযুত কামাখ্যা প্ৰসাদ শৰ্মা, বাইদেউ শ্ৰীমতী ৰেণু দেৱী, ভাইটিহঁত ক্ৰমে নবীন, অনিল, কুমুদ, নৃপেন, মোৰ অতি মৰমৰ ভনী বিজু আৰু ভনীজোঁৱাই উপেন ভট্টৰ শুভেচ্ছাৰ বাবে তেওঁলোক সদৌটিলৈকে

কৃতজ্ঞতা জনালো। প্ৰতিবেশী শ্ৰীকৰুণা দাস আৰু তেওঁৰ সহধৰ্মিনী শ্ৰীমতী কুসুম দাসৰ সদিচ্ছাৰ কথাও অকপটে স্বীকাৰ কৰিছো। সঞ্জয়, ৰিপুল, অজিতহঁতলৈকো এফেৰিকৈ মৰম ৰাখিলোৱেই বা!

মোৰ পৰম শুভানুধ্যায়ী শ্ৰীযুত নগেন শৰ্মা-দা মোৰ কিতাপৰ অকল প্ৰকাশকেই নহয়,— মোৰ নাড়ী-নক্ষত্ৰ চিনি পোৱা অতিকে আপোনজন! সুকুমাৰ মনৰ এইগৰাকী মননশীল প্ৰকাশকে মোৰ প্ৰতিখন কিতাপ পৰম নিষ্ঠাৰে উলিয়াইছে — মোক বিন্দুমাত্ৰ আপত্তিৰো অৱকাশ নিদিয়াকৈ! তেখেতক কৃতজ্ঞতা জনোৱাৰ ভাষা নাই। অবিমিশ্ৰ কৃতজ্ঞতা আৰু শ্ৰদ্ধাখিনি মোৰ হৃদয়ৰ মণিকোঠাত সযতনে সাঁচি ৰখা ভাগেই থাকক!

এতিয়া ক্ৰটি মাৰ্জনাৰ একাষাৰ! ইংৰাজীৰ সীমিত জ্ঞানেৰে এনে এখন বিচক্ষণ গ্ৰন্থৰ অনুবাদ কৰিবলৈ আগবাঢ়ি নাজানো কিমান ভুল-ক্ৰটি কৰিলো। অনুবাদ মূলানুগ কৰিবলৈ চেষ্টাৰ ক্ৰটি কৰা নাই যদিও মূলৰ অনিৰ্বচনীয় সৌন্দৰ্য অটুট ৰাখিব পাৰিছো নে নাই সন্দেহ আছে মনত। 'Thinking well is wise, planning well is wiser, doing well is wisest and best of all.' নিখুঁতভাৱে কামটো কৰিব পাৰিছো নে নাই জানো! সাতে-পাচে, হ'ব পৰা বাৰেওপাচি ভুল-ক্ৰটিৰ বাবে সুজন পাঠকৰ ওচৰত মাৰ্জনা বিচাৰিছো। কিতাপখন পঢ়ি যাওঁতে ক'ৰবাত উজুতি খাবলগীয়া হ'লে সেয়া মূলৰ ক্ৰটি নহয় — এই অনুবাদকৰহে মূঢ়তা। তাৰ বাবে এই অভাজনক ক্ষমা কৰি দিয়ে যেন।

সদৌটি শেষত, মোৰ 'অগ্নিৰ ডেউকা'ৰ দৰে এইখন অনূদিত গ্ৰন্থকো শুভঙ্কৰ অসমীয়া পাঠকে হাতত তুলি ল'ব বুলি আশাপ্ৰাৰ্থী হৈ ৰ'লো। অলমতি বিস্তৰেণ।

শান্তিপুৰ<br>গুৱাহাটী ৭৮১ ০০৯

— সুৰেশ শৰ্মা<br>২৫.০৩.০৩

Phone : (0361) 2636327 (R) (98640) 11975 (M)<br>e-mail : suresh_ch_sharma@yahoo.co.in

# প্ৰস্তাৱনা

মানুহক লৈয়েই গঠিত হয় ৰাষ্ট্ৰ। সংহত প্ৰয়াসেৰে কাম কৰি ৰাষ্ট্ৰ একোখনে যি পাব বিচাৰে সেয়ে লাভ কৰে। ভাৰতবৰ্ষৰ জনগণক, বিশেষকৈ দেশৰ যুৱশক্তিক উদ্বুদ্ধ কৰাই 'ইগ্‌নাইটেড্ মাইন্দ্‌চ্' (অনু. — তেজস্বী মন) নামৰ গ্ৰন্থখনৰ মূল বিষয়বস্তু। এই পুথিখন মোৰ আগৰ দুখন গ্ৰন্থ, ক্ৰমে 'উইংছ অব্ ফায়াৰ' (অনু.— অগ্নিৰ ডেউকা) আৰু 'ইণ্ডিয়া ২০২০ : এ ভিজন ফৰ নিউ মিলেনীয়াম (অনু.— ভাৰতবৰ্ষ ২০২০ : নতুন সহস্ৰাব্দৰ স্বপ্ন)ৰেই প্ৰক্ষিপ্ত চিন্তা-ভাৱনা মাথোন। এই দুয়োখন গ্ৰন্থ মই মোৰ সুহৃদ অৰুণ তেৱাৰী আৰু ৱাই এছ ৰাজনৰ সহযোগত লেখিছিলো। দেশৰ যুৱ প্ৰজন্মৰ মন উদ্দীপিত কৰাৰ মানসেৰে মই এই কিতাপখন লেখাৰ মানস কৰিলো যাতে ২০২০ চনৰ ভিতৰত ভাৰতবৰ্ষ এখন উন্নয়নশীল ৰাষ্ট্ৰ হিচাপে প্ৰতিষ্ঠিত হ'ব পাৰে। টেকন'লজী আৰু ইয়াৰ প্ৰবন্ধন ক্ষেত্ৰত গোটেই কৰ্মজীৱন জুৰি মই যুৱ প্ৰজন্মৰ প্ৰতিভা আৰু সম্ভাৱনীয়তাৰ ওপৰত গভীৰ আস্থা পোষণ কৰি আহিছো। তৰুণ প্ৰতিভাক লৈ গঠিত দলবোৰেই মোৰ শক্তি— তেওঁলোকে কোনো দিনে মোক শিৰ নত কৰিবলৈ দিয়া নাই। আৰু আটাইতকৈ জটিল পৰিস্থিতিত জটিল প্ৰকল্পবোৰত তেওঁবিলাকৰ সৈতে কাম কৰি মই কি যে সন্তুষ্টি লাভ নকৰো! মোৰ সম্পূৰ্ণ বিশ্বাস আছে কৰ্মত সিদ্ধি লাভৰ স্বতন্ত্ৰতা দিলে আৰু সঠিক পথৰ সন্ধান দিব পাৰিলে ভাৰতবৰ্ষৰ তৰুণ প্ৰজন্মই সীমাহীন উন্নতি সাধিব পাৰিব।

লেখিবলৈ আৰম্ভ কৰাৰ আগতে মোৰ মনত এটা শংকাৰ উদয় হৈছিল— মই সীমা চেৰাই যোৱা নাইতো! মোৰ মনত খেলাইছিল : এখন উন্নত ৰাষ্ট্ৰ হিচাপে ভাৰতবৰ্ষৰ নিজৰ ভাগ্য নিজে গঢ় দিয়াৰ ক্ষমতা থাকোতে সেই বিষয়ে লেখিবলৈ মই কোন কুটা? বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ গতীত বিবৰ্তিত

হোৱা প্ৰকল্প আৰু মিছনবোৰৰ সৈতে যুক্ত হৈ যি সামান্য জ্ঞান লাভ কৰিছো তাৰ বাদে ৰাষ্ট্ৰ নিৰ্মাণৰ দৰে মহান কাম কিদৰে সাধিত হ'ব সেই বিষয়ে মোৰ বোধ কিমান? ৰাজনৈতিক নেতা, অৰ্থনীতিবিদ, চিন্তাবিদ আৰু আন যোগ্য মানুহে এইক্ষেত্ৰত মোতকৈ ভালকৈ চিন্তা-ভাৱনা কৰি বাট দেখুৱাব নোৱাৰিবনে? সচৰাচৰ উপেক্ষা কৰা যুৱ প্ৰজন্মৰ সামৰ্থ্য বা শক্তি সম্পৰ্কে মই আনক জ্ঞান দিবলৈ যোৱাৰ লায়ক হওঁনে?

যুৱ প্ৰজন্মৰ বন্ধুসকলৰ লগত হোৱা নিজৰ অভিজ্ঞতাবোৰ লিপিবদ্ধ কৰিবলৈ গৈ মই বিমোৰত পৰিলো— কিয়নো, মোৰ বক্তব্যনো কি হ'ব সেই সম্পৰ্কে মোৰ মনত স্পষ্ট ধাৰণা হোৱা নাছিল। সি যি কি নহওক লাগিলে, শংকা-ভয় জোকাৰি থৈ মই ভাৰতৰ বিভিন্ন ঠাই ভ্ৰমি ফুৰোতে লগ পোৱা মানুহ, বিশেষকৈ কণ কণ ছাত্ৰ-ছাত্ৰী, সাধু-সন্ত আৰু ভৱিষ্যৎ দ্ৰষ্টা, শিক্ষক, বিজ্ঞানী, উদ্যোগপতি, আনকি ৰাজনৈতিক নেতাসকলৰো মুখত শুনা কথাবোৰ মই মনৰ ভিতৰতে পাগুলি চাবলৈ আৰম্ভ কৰিলো। এইটো কথাত মোৰ পূৰা বিশ্বাস আছে যে নিজক এখন উন্নত ৰাষ্ট্ৰলৈ ৰূপান্তৰিত কৰাৰ ভাৰতবৰ্ষৰ ক্ষমতা আছে। মহাকাশ, প্ৰতিৰক্ষা আৰু পাৰমাণৱিক ক্ষেত্ৰৰ প্ৰকল্পবোৰৰ মাধ্যমত মই জানিছিলো যে আমাৰ দেশৰ মানুহৰ সমগ্ৰ বিশ্বতে শ্ৰেষ্ঠতা প্ৰতিপন্ন কৰাৰ ক্ষমতা আছে। প্ৰত্যয় আৰু জ্ঞানৰ বলত তেওঁলোকে পৃথিৱীৰ ভিতৰতে নিজৰ এক সুকীয়া স্থান দখল কৰিব পাৰে। মই এই কথাটোও জানো যে তেওঁলোকৰ এনে সম্ভাৱনীয়তা বা ক্ষমতাৰ কথা অলক্ষিতে থাকি গৈছে। কিয়নো আমি সদায় পৰাধীন মনোবৃত্তিৰে উদাসীন আৰু নিৰুদ্বেগচিত্তে থকাতে অভ্যস্ত। দেশৰ জনগণে আজি যি স্বপ্ন দেখিছে সেই স্বপ্ন পূৰণ হ'ব আৰু সুস্থ জীৱন যাপনৰ বাবে প্ৰয়োজনীয় সকলো উপাদান, যেনে— সুস্বাস্থ্য, সুশিক্ষা, অভীষ্ট সিদ্ধিৰ বাবে স্বতন্ত্ৰতা আৰু সৰ্বোপৰি শান্তি লাভ কৰিব পাৰিব— দেশৰ মানুহক এই শুভেচ্ছা-বাৰ্তা দিয়াৰ বাদে মই আন কি ভাল প্ৰকল্প হাতত ল'ব পাৰো?

এইবোৰ কেনেকৈ সম্ভৱ হ'ব তাৰ উত্তৰৰ সন্ধানত থাকোতে মোক স্কুল, চহৰৰ উপকণ্ঠ, আশ্ৰম আৰু অন্যান্য বহু ঠাইলৈ লৈ গৈছিল— যিবোৰ ঠাই মোৰ ভ্ৰমণসূচীৰ অন্তভুক্ত নাছিল। মোৰ বাবে এইটো সম্পূৰ্ণ নতুন অভিজ্ঞতা— বহুত ৰোমাঞ্চক! কৃষিৰ সাময়িক চক্ৰত পতিত বিহাৰৰ ধানখেতিৰ পথাৰ, নতুনকৈ গঠিত ৰাজ্য ঝাৰখণ্ডৰ অনুদ্‌ঘাটিত খনিজ সম্পদ আৰু ত্ৰিপুৰাৰ অনাদৃত 'বায়'ডাইভাৰ্‌ছিটি' (জৈৱ-বিবিধতা) — এইবোৰ জ্ঞানৰ নতুন প্ৰভাত অনাৰ বাবে প্ৰত্যাহ্বানস্বৰূপ। অসমৰ মহাবাহু ব্ৰহ্মপুত্ৰৰ অনিৰ্বচনীয় সৌন্দৰ্যই

মোক মোহাবিষ্ট কৰিছে। ইয়াৰ বিপুল সলিলৰাশিয়ে মোৰ অন্তৰত এক ধৰণৰ অসহায়বোধৰো উদ্ৰেক কৰিছে। নৈখনৰ অলক্ষিত স্ৰোতে বিপুল জলৰাশিক সাগৰ অভিমুখে বোৱাই লৈ গৈছে। এইবোৰে মোক ভবাই তুলিছে— এক বিশাল ৰাষ্ট্ৰৰ নাগৰিক হৈ আমি এনে বিশাল শক্তিক সাৰ্থকভাৱে প্ৰয়োগ কৰাত বিফল হৈছো কিয় ?

আমাৰ ভুলটো ক'ত হৈছে? কি সংশোধন কৰিব লাগে? আমাৰ পঞ্চবাৰ্ষিক পৰিকল্পনাৰ যোগেদি আমি এক নক্সা লাভ কৰো যিখন নক্সা আমি কি কি সাধনাত সিদ্ধি লাভ কৰিব লাগিব তাৰেই আভাস দিয়ে। আমাৰ মানসিকতা বা দৃষ্টিকোণেই আমাৰ সমস্যা যেন লাগে— আমি যেন নিৰ্দিষ্ট বা সীমিত সিদ্ধিলাভৰ মানসিকতা পৰিত্যাগ কৰিব নোৱাৰো। এই গ্ৰন্থখন সেই অশুভ শক্তিবোৰৰ পৰা নিজক মুক্ত কৰাৰ প্ৰয়াস ঃ সেই অশুভ শক্তিয়ে আমাক এনে এখন দেশ হৈ থকাটো বিচাৰে য'ৰ অগণিত মানুহে সস্তাতে নিজৰ শ্ৰম আৰু কেঁচা সামগ্ৰী বিক্ৰী কৰি আন দেশত নিজৰ উৎপাদিত সামগ্ৰী আৰু সেৱাৰ বাবে বৃহৎ বজাৰ মুকলি কৰে।

আমাৰ দেশৰ যুব প্ৰজন্মই যাতে 'আগবাঢ়া' এনে এক উদাত্ত কণ্ঠস্বৰ শুনিবলৈ পায় সেই উদ্দেশ্যও আগত ৰাখি মই এই কিতাপখন লেখিছো।

দেশৰ সবল নেতৃত্বই আমাক ঋদ্ধিৰ পথ দেখুৱাব লাগিব। গঠনাত্মক বিচাৰধাৰা থকা তৰুণ ভাৰতীয়সকল স্বীকৃতিৰ অপেক্ষাত থাকি লেৰেলি যাব নালাগে। যি ধাৰণাই তেওঁলোকক নিৰাপত্তাৰ নামত ভীতু কৰি ৰাখে, ব্যৱসায়-বাণিজ্য, সাংগঠনিক বিন্যাস আৰু সামূহিক আচৰণ আদিতো নিৰুৎসাহিত কৰে তেনে ধাৰণাৰ ঊৰ্দ্ধত উঠিব লাগিব তেওঁলোক! কথিত আছে যে— চিন্তাই মূলধন, উদ্যমেই সাধনোপায় আৰু কঠোৰ শ্ৰম হ'ল সমাধান।

প্ৰত্যেক ৰাষ্ট্ৰই লক্ষ্য পূৰণৰ বাবে সংগ্ৰাম কৰি আহিছে। উপৰিপুৰুষসকলে সন্তানৰ সুন্দৰ ভৱিষ্যতৰ বাবে তেওঁলোকৰ সৰ্বোত্তম অৱদান দি থৈ গৈছে। ইয়াত কোনো ৰহস্যজনক বা অপ্ৰকাশ্য একো নাই— চেষ্টাৰ কোনো বিকল্প নাই। তথাপি আমি সাফল্যৰ বাটেদি আগুৱাব নোৱাৰো। গোলকীকৰণ, মন্দা বজাৰ, মুদ্ৰাস্ফীতি, বিদ্ৰোহ, অস্থিৰতা আদি বহিঃসমস্যাৰ উপৰিও ৰাষ্ট্ৰৰ মনন আৰু আত্মাক হেঁচা মাৰি ধৰা আলস্য, হতোদ্যমৰ মানসিকতাইহে মোৰ মনত উদ্বেগৰ সৃষ্টি কৰিছে। মোৰ বিশ্বাস— নিজৰ লক্ষ্যৰ ওপৰত ভৰসা থাকিলে আমি যি স্বপ্নকে নেদেখো কিয়, সি বাস্তৱ ৰূপ ল'বই আৰু মনোবাঞ্ছা লাভ কৰিমেই। 'ইগ্‌নাইটেড্‌ মাইন্দ্‌চ্‌' (অনু.— তেজস্বী মন) গ্ৰন্থখনে আমাৰ

অভ্যন্তৰৰ দায়বদ্ধতা জগাই তোলাত আৰু যিবোৰ শক্তিয়ে আমাৰ অগ্ৰগতিৰ পথত অন্তৰায় সৃষ্টি কৰি আহিছে সেইবোৰ শক্তিক ওফৰাই দিয়াত সহায় কৰিব।

প্ৰকৃততে এই মূল চিন্তাটোকে মনত ৰাখি মই এই গ্ৰন্থখন লেখা কাম আৰম্ভ কৰিছিলো। মোৰ উন্নত ভাৰতবৰ্ষৰ স্বপ্নৰ ভাগ তোমালোকেও লোৱা আৰু নিজৰ লগতে আনৰো জীৱনত সেই স্বপ্ন বাস্তৱায়িত হোৱাটো প্ৰত্যক্ষ কৰাইঁক। মই নিজ ৰাস্তাৰে নিজ বিশ্বাসক অনুসৰণ কৰাৰ লগতে যি কৰি ভাল পাওঁ তাকে কৰিবলৈ চেষ্টা অব্যাহত ৰাখিছো। মই অৱশ্যে পথ দেখুৱাৰ চেষ্টাহে কৰিছো— নিজৰ চিন্তা-ভাৱনা কাৰো ওপৰত জাপি দিব বিচৰা নাই।

গ্ৰন্থখনত তোমালোকে সহজ-সৰল কথা-বতৰাকে পাবাইঁক— এক উন্নত ৰাষ্ট্ৰৰ স্বপ্ন লৈ আগবাঢ়া, নহ'লে চিৰন্তন দৰিদ্ৰতাৰ কবলত নিশ্চিহ্ন হোৱা অথবা ৰাজনৈতিক আৰু অৰ্থনৈতিকভাৱে সমগ্ৰ পৃথিৱীখনকে নিয়ন্ত্ৰণত ৰখা দেশ কেইখনমানৰ ওচৰত শিৰ নত কৰা। তাৰ বাদে গত্যন্তৰ নাই।

এই গ্ৰন্থখনৰ নৱম অধ্যায়টোত বিভিন্ন বিষয় সন্নিৱিষ্ট কৰা হৈছে। আৰম্ভণিতে মই শান্তিৰ কথাকে দোহাৰিছো। কিয়নো শান্তিৰ অবিহনে উন্নতি অসম্ভৱ। তাৰ উপৰি, হেলিকপ্টাৰ দুৰ্ঘটনাত কথমপি বাচি যোবাৰ পিচত হোৱা মোৰ জীৱনৰ দিক পৰিৱৰ্তনৰ কথাও চৰ্চা কৰা হৈছে। সমগ্ৰ ভাৰতবৰ্ষৰ কণ কণ ল'ৰা-ছোৱালীবিলাকৰ সৈতে হোৱা মোৰ সাক্ষাৎকাৰবোৰৰ ওপৰতে এটা অধ্যায় আছে। আনবোৰ অধ্যায়ত মোৰ অন্তৰ্দৃষ্টি বিধৃত হৈছে যি অন্তৰ্দৃষ্টি মই সাধু-সন্ন্যাসী, ভৱিষ্যৎ দ্ৰষ্টা, বিজ্ঞানী, বিশিষ্ট চিন্তাবিদ-বুদ্ধিজীৱী আৰু আন বিদগ্ধ লোকসকলৰ পৰা লাভ কৰিছিলো। কৃষি আৰু চিকিৎসাৰ ক্ষেত্ৰত হোৱা আশাপ্ৰদ পৰীক্ষা-নিৰীক্ষাৰ ওপৰতো কিছু বৰ্ণনা আছে। আন আন ঠাইত সমাধানৰ বীজ আনিব পৰা ধাৰণাৰ বিষয়ে চৰ্চা কৰিছো। মুঠতে এই গ্ৰন্থখনৰ বিষয়বস্তু মই মোৰ দেশৰ মানুহৰ পৰাই লাভ কৰা— তেওঁলোকে মোক যি শিকনি দিছে সেয়ে ইয়াৰ সাৰবস্তু।

স্বদেশ আৰু স্বদেশবাসীৰ ক্ষমতাৰ ওপৰত থকা মোৰ প্ৰগাঢ় বিশ্বাসৰেই অভিব্যক্তি এই গ্ৰন্থ। আমাক লগা আটাইখিনি সম্পদ আমাৰ আছে— সি মানৱ সম্পদ, প্ৰতিভা, প্ৰকৃতিৰ দান অথবা আন যি সম্পদ বা সংসাধনেই নহওক কিয়। প্ৰচ্ছন্ন হৈ থাকিলেও ভাৰতবৰ্ষ সঁচাকৈয়ে সম্পদৰ প্ৰাচুৰ্য থকা দেশ। সম্পদৰ নাটনি আমাৰ সমস্যা নহয়। দৰাচলতে সিবোৰৰ প্ৰতি আমাৰ যি দৃষ্টিভংগী তাতেহে আমাৰ সমস্যাৰ উদ্ভৱ হয়। আমি নিজৰ সম্পদবোৰ

খুব বহলভাৱে আৰু খুব পাতলকৈ মেলি দিছো। যিমান সম্পদ আমাৰ আছে আৰু যি পৰিমাণৰ ধন আমি খৰচ কৰো সেইখিনিৰে আমি এতিয়া যি কৰি আছো তাৰ তিনিগুণমান বেছি কাম সচৰাচৰ লোৱাতকৈ আধা সময়তে কৰিব পাৰিম! অৱশ্যে আমি দেশৰ স্বপ্ন মনত লৈ মিছন ভাবনাৰে কৰ্ম্মত প্ৰবৃত্ত হ'ব লাগিব! দূৰদৃষ্টিয়ে সকলো ক্ষেত্ৰতে শ্ৰেষ্ঠ ফলৰ জন্ম দিয়ে।

আমি আমাৰ পথ সলনি কৰিব লাগিব। আমাৰ নীতি নিৰ্দ্ধাৰণৰ কাম আৰু বেছি অনুকূল আৰু যোগ্য হ'ব লাগিব যাতে আমাৰ দম বন্ধ হোৱা উদ্যম মুক্ত হয়। ভিন ভিন বিভাগৰ পছন্দ-অপছন্দমতে আগস্থান দিয়াৰ ওপৰত গুৰুত্ব দিয়াতকৈ তাৰ ছাবি-কাঠি হ'ল বিভিন্ন বিভাগৰ মাজত সুসমন্বয় গঢ়ি তোলা। বিচাৰ বা ভাবনাতকৈ সমীক্ষা বেছি আছে। কিবা নহয় কিবা এটা অন্তৰায়ে প্ৰতিটো ৰাস্তাৰ গতিৰোধ কৰা যেন লাগে। অনুদ্‌ঘাটিত শক্তি আৰু অৱদমিত প্ৰয়াসক মুক্ত কৰি তাক সঠিকভাৱে নিয়ন্ত্ৰিত কৰিব লাগিব। তাৰ বাবে আমি বাৰেপতি কাৰো পৰা আৰ্হি ধাৰ কৰিব নালাগে। আমেৰিকা, জাপান বা ছিংগাপুৰৰ সমাধানসূত্ৰ আমাৰ ইয়াতো সিদ্ধ হ'ব বুলি মই নাভাবো। আনৰ দুৱাৰত টুকুৰিওৱাটো নিৰৰ্থক হ'ব। লোকৰ পৰা সিদ্ধান্ত আমদানি কৰি, ধাৰণাৰ বপন কৰাৰ সলনি আমি আমাৰ নিজৰ সিদ্ধান্ত অংকুৰিত কৰিব লাগে। বাহিৰত উত্তৰৰ সন্ধান কৰাতকৈ নিজৰ অভ্যন্তৰতে ভুমুকিয়াই চাব লাগিব।

মই ভাবো— তোমালোকে যেতিয়া এই নটা অধ্যায় পঢ়িবা তেতিয়া তোমালোককো সেই একে পথনিৰ্দেশকে দিয়া হ'ব যিটো মই দেশৰ মানুহৰ পৰা পাইছিলো আৰু তেতিয়া তোমালোকেও সেই জ্ঞানৰ সংস্পৰ্শ অনুভৱ কৰিবা যি জ্ঞান এই দেশৰ মাটিৰ বাবে অমূল্য জ্ঞান। এখন উন্নত ৰাষ্ট্ৰৰ বাস্তৱিকতা আমাৰ প্ৰাত্যহিক জীৱনৰ পাথেয় হৈ পৰিব। আজিৰ পৰা বিশ বছৰ পিছত মই হয়তো তোমালোকৰ মাজত নাথাকিব পাৰো। কিন্তু মোৰ পূৰা বিশ্বাস— সফলতাৰ গৌৰৱৰ ভাগ ল'বলৈ তোমালোক নিশ্চয় থাকিবা। তেতিয়া মই যে ইমান আত্মবিশ্বাসী হৈ ঠিকেই কৰিছিলো সেইটো বিষয়ত তোমালোক মোৰ সৈতে একমত হ'বা।

মোৰ অলেখ বন্ধু আৰু সহযোগীয়ে মোক কিতাপখন গ্ৰথিত কৰাত প্ৰভূত সহায় কৰিলে। তেওঁলোক আটাইৰে ওচৰত মই কৃতজ্ঞ। মই বিশেষভাৱে ধন্যবাদ জনাইছো শ্ৰী ৱাই এছ ৰাজন আৰু ড° এম এছ বিজয়ৰাঘৱনক। তেওঁলোক দুয়ো অতি মূল্যবান প্ৰবিষ্টিৰে গ্ৰন্থখনত মোৰ চিন্তাধাৰাক এক সাকাৰ ৰূপ দিছে। ড° এ শিৱথানু পিল্লায়ে মোৰ সৈতে একেলগে বহুদিন কাম

কৰিছে। মোৰ ধাৰণা আৰু চিন্তা-চেতনাক ৰূপ দিয়াত তেওঁৰ যি অৱদান সি সময়োচিত আৰু মহামূল্যৱান। তেওঁৰ বন্ধুত্ব লাভ কৰাটো মোৰ বাবে পৰম সৌভাগ্যৰ কথা। মই শ্ৰী এইচ শ্বেৰিডনৰ প্ৰতিও কৃতজ্ঞ— তেওঁ বিশেষ কুশলতাৰে মোৰ শ্ৰুতলিপিখিনি চিধাচিধি লেপটপ কম্পিউটাৰত বদ্ধ কৰিছিল। মোৰ 'উইংছ অব্ ফায়াৰ' (অনু.— অগ্নিৰ ডেউকা)খনৰ সহযোগী লেখক শ্ৰীঅৰুণ কে তেৱাৰীয়ে মোৰ পাণ্ডুলিপিৰ শব্দবিলাকক লৈ তেওঁৰ সহজাত শব্দ শিল্পনৈপুণ্য প্ৰদৰ্শন কৰিছে। তেওঁৰ ধনিষ্ঠামান অংশটোৰো মই প্ৰশংসা কৰিছো। পেংগুইন বুক্‌চ্‌ৰ শ্ৰীকৃষণ চোপ্ৰাৰ লগত কাম কৰিও মই বিশেষ আনন্দ লাভ কৰিছো। চিন্তা-ভাৱনা ওলোৱাৰে পৰা গ্ৰন্থৰ ৰূপ পোৱালৈকে তেখেতৰ অবিৰাম যোগাযোগ মোৰ বাবে পৰম উৎসাহৰ কথা আছিল।

চেন্নাই — **এ পি জে আব্দুল কালাম**

এপ্ৰিল, ২০০২

# প্ৰ থ ম অ ধ্যা য়

# স্বপ্ন আৰু বাণী

স্বপ্ন স্বপ্ন কেৱল স্বপ্ন
স্বপ্নই আকাৰ লয় চিন্তাৰ
আৰু চিন্তাৰ ফল হ'ল কাৰ্য।

মই ২০০১ চনৰ ৩০ ছেপ্টেম্বৰৰ দিনাখন ৰাঁচী (ঝাৰখণ্ড)ৰ পৰা বোকাৰুলৈ গৈ আছিলোঁ। যিখন হেলিকপ্টাৰত মই গৈ আছিলোঁ সেইখন অৱতৰণ কৰাৰ কেইমুহূৰ্তমানৰ আগতে দুৰ্ঘটনাত পতিত হ'ল। হেলিকপ্টাৰখনৰ ইঞ্জিনটো বিকল হৈ খুব জোৰেৰে শব্দ কৰি মাটিত খুন্দা মাৰিলেগৈ। আমি আৰোহীকেইজন কথমপিহে বাচিলোঁ। তাৰ বাবে ভগৱানক কৃতজ্ঞতা জনালোঁ। দুৰ্ঘটনাটোত অকণো বিচলিত নহৈ নিৰ্ধাৰিত কাৰ্যসূচী অনুসৰি বোকাৰুৰ এখন সভাত ছাত্ৰ-ছাত্ৰীক সম্বোধি বক্তৃতা দিবলৈ গ'লো। সেয়ে হ'লেও, ৰাতিলৈ কেইজনমান ডাক্তৰ মোৰ ওচৰলৈ আহিল আৰু তেওঁলোকে মোক বুজাই-বঢ়াই চাক্ষুষ দুৰ্ঘটনাটোৰ পৰা ওপজা মোৰ স্নায়ৱিক চাপৰ উপশম ঘটোৱাৰ বাবে টোপনি অনা ঔষধ সেৱন কৰিবলৈ সৈমান কৰালে। সেই ঔষধ খোৱাৰ ফলত সচৰাচৰ মই বিছনালৈ যোৱা সময়তকৈ (নিশা এক বজা) কেইঘণ্টামানৰ আগতে শুই পৰিলোঁ। সচৰাচৰ মই ৰাতিপুৱা ছয় বজাতে শোৱাপাটি এৰোঁ যদিও সিদিনা উঠিব নোৱাৰিলোঁ। আঠ বজাৰ পিছতহে সাৰ পালোঁ।

মোৰ অৱশ্যে ভাল টোপনি হোৱা নাছিল। চিলমিলীয়া টোপনিৰ মাজতে মোৰ মনলৈ চিন্তা কিছুমান আহি আছিল। ভগৱানৰ শ্ৰেষ্ঠ সৃষ্টি মানৱ জাতিটো হিংসা-দ্বেষৰ জৰিয়তে কিয় এনেদৰে ভাগ ভাগ হৈ যাব লাগে? মই টোপনিতে পাঁচজন মানুহৰ মাজত হোৱা কথোপকথন এটাৰ কল্পনা কৰিলোঁ। সেইকেইজন মানুহৰ গাত মানৱ মনৰ উৎকৃষ্ট গুণবোৰৰ সমাবেশ ঘটিছিল যাৰ বাবে মই তেওঁলোকক গভীৰভাৱে প্ৰশংসা কৰিছিলোঁ। তেওঁলোকৰ কথোপকথনটোৰ মাজেদি মই এটা উত্তৰৰ সন্ধান কৰিলোঁ। সপোনতকৈও বেছি তীব্ৰ আৰু স্পষ্ট আছিল মোৰ সেই অভিজ্ঞতা। ভাল প্ৰতিশব্দ বিচাৰি নাপাই যেনিবা স্বপ্ন বুলিয়েই কৈছোঁ। সপোনত মই নিজকে এক বিশাল মৰুভূমিৰ মাজত পালোঁ। চাৰিওফালে, মাইলৰ পিছত মাইল জুৰি ৰাশি ৰাশি বালি। পূৰ্ণিমাৰ জোনাক পৰি মৰুভূমিখন উদ্ভাসিত হৈছিল। মহাত্মা গান্ধী, এলবাৰ্ট আইনষ্টাইন, সম্ৰাট অশোক, আব্ৰাহাম লিংকন আৰু খলিফা ওমৰ— এই পাঁচজন ঘূৰণীয়াকৈ থিয় হৈ আছিল। তেওঁলোকৰ কাপোৰ-

কানিবোৰ বতাহে কোবাই বিশৃংখল কৰি দিছিল।

মহাৰাজ অশোকৰ কাষাকাষি থিয় হৈ মোৰ নিজকে বাওনা যেন লাগিছিল। অশোকে দুটা ভিন্ন জীৱন যাপন কৰিছিল ঃ এজন পাষাণ হৃদয়ৰ যুদ্ধ বিজেতা আৰু আনজন দয়ালু শাসক। মই কাষতে থিয় হৈ থকা মানুহজনে (প্ৰথমজন অশোক— অনুবাদক) এইমাত্ৰ যুদ্ধজয় কৰি ঘূৰি আহিছে। কিন্তু জয়লাভ কৰোঁতে অজস্ৰ লোকচান ভৰিবলগীয়া হৈছিল তেওঁ। কলিংগৰ যুদ্ধত কমপক্ষেও তিনি লাখ মানুহৰ প্ৰাণহানি হোৱাৰ উপৰি সমসংখ্যক মানুহ আহত হৈছিল। মই দেখো প্ৰত্যেকে অশোকলৈ চাই আছে আৰু তেওঁ আঁঠুকাঢ়ি লৈ বৰ্ম আৰু মুকুট খুলি আছে। বিবৰ্ণ হৈ পৰা মুখমণ্ডলত মৃত্যুৰ বিভীষিকা প্ৰতিফলিত হৈছিল। তেওঁ আকাশৰ ফালে চালে। তেওঁ দেখিলে— ওপৰত সুশীতল জোনটো জিলিকি আছে আৰু ভগৱানে আই ধৰিত্ৰীৰ ওপৰত তেওঁৰ অপাৰ কৰুণা বৰষি আছে, তলত কেউফালে তেজৰ সোঁত বোৱাই দি নিজে সৃষ্টি কৰা আতংক প্ৰত্যক্ষ কৰিলে। সুন্দৰতা আৰু আতংকৰ সেই মুহূৰ্তত— ওপৰত ৰূপালী জোনাক আৰু তলত দুখ-যন্ত্ৰণাৰ আৰ্তনাদ। স্বয়ং প্ৰকৃতিয়েহে যেন তেওঁৰ কৃতকৰ্মৰ বিৰুদ্ধে মাত দিলে— তেনেকৈয়ে অহিংসা ধৰ্মৰ জন্ম। মহামতি অশোকে সেই মতবাদৰ আধাৰত মানৱ জাতিৰ মাজত প্ৰেমভাৱৰ প্ৰসাৰ কৰাৰ বাবে ভগৱানে দিয়া আদেশ স্বীকাৰ কৰিলে।

তাত থিয় দি থাকি মই বিস্মিত হৈছিলো। কলিংগ যুদ্ধ কিয়? মহাত্মা গান্ধী আৰু আব্ৰাহাম লিংকনক কিয় হত্যা কৰা হ'ল? তেওঁলোকৰ দৰে আন বহুতকে হত্যা কৰা হ'ল কিয়? সৰ্বশক্তিমান ঈশ্বৰে তেওঁৰ সৃষ্টিত কিবা ত্ৰুটি কৰিছিল জানো? দ্বিতীয় এটা সৃষ্টিৰ বাবে মানৱ জাতিৰ ধ্বংস অপৰিহাৰ্য নেকি?

সেই সুখকৰ নীৰৱতাৰ মাজতে মহাত্মা গান্ধীয়ে মাত দিলে, 'বন্ধুসকল! যি আকাশবাণী আমি শুনিছো সেয়া সৃষ্টিৰ বতৰা! আমি আটায়ে যিহেতু পৃথিৱী গ্ৰহৰ বাসিন্দা গতিকে আমি মানৱ জাতিৰ বাবে এই বাণী দিব পাৰো যে জাতি-ধৰ্ম-ভাষা-বৰ্ণ নিৰ্বিশেষে মানুহে শান্তি, সৌহাৰ্দ্য আৰু সমৃদ্ধিৰ মাজেৰে বাচি থাকিব পাৰে।'

সৰ্বশক্তিমান ঈশ্বৰে আমাৰ সকলোকে কিছুমান অতুলনীয় আৰু দুৰ্লভ বস্তু দিছে যিবোৰ আমাৰ কৰ্ম আৰু প্ৰচেষ্টাৰ জৰিয়তে আমি মানৱতাৰ হকে সঁপি দিওঁ। সেইটোৱে কাম কৰি আছে নেকি? অইন কিবা স্বৰ্গীয় বাণী বা বিধান আছে নেকি? দিব্য সৌন্দৰ্য মানুহৰ অন্তৰাত্মাত প্ৰৱেশ কৰিব লাগিব—

তেতিয়াহে দেহ আৰু মনত সুখ-সমৃদ্ধি প্ৰস্ফুটিত হ'ব। এইটো সম্ভৱনে?

অশোকে কৈছিল, 'বন্ধুগণ! মই আজি এটা কথা উপলব্ধি কৰিছোঁ। দুখ-যন্ত্ৰণাৰ সৃষ্টি কৰি বিজয় লাভ কৰা সম্ভৱ নহয়। শান্তিৰ ৰাজ্যতহে বিৰাজ কৰে প্ৰকৃত বিজয়।

খলিফা ওমৰে ক'লে, 'জেৰুজালেমত সোমাই মোৰ বোধ হ'ল যে সকলো মানুহ একে সমান। তোমাৰ পথেদিয়েই যাব লাগিব বুলি তুমি কাকো জোৰ কৰাৰ যুক্তি নাই। তোমাৰ কপালত যি আছে তাকেহে পাবা তুমি। ঈশ্বৰেই সৰ্বময় কৰ্তা।'

খলিফা ওমৰে নিজৰ অৱস্থাটো কোনোদিনে বিশেষ অধিকাৰপ্ৰাপ্ত বুলি ভবা নাছিল। তেওঁৰ মতে চৰকাৰ (প্ৰশাসন) হ'ল পবিত্ৰ বিশ্বাস। সততে তেওঁ সেই বিশ্বাস ভংগ নকৰিবলৈ যথাসাধ্য চেষ্টা কৰিছিল।

এইবাৰ আইনষ্টাইনৰ পাল। তেওঁ ক'লে ঃ 'আজি মই মোৰ বন্ধু ৱাৰ্ণাৰ হাইচেন্‌বাৰ্গৰ দৃষ্টিভংগী দোহাৰিব খুজিছো। 'তোমালোকে জানাইক— আমি পশ্চিমত এখন ধুনীয়া আৰু সুবৃহৎ জাহাজ নিৰ্মাণ কৰিছিলো। জাহাজখনৰ ভিতৰত সকলোপ্ৰকাৰৰ সুখ-আৰাম আছিল। কিন্তু নাছিল মাত্ৰ এটা বস্তু। জাহাজখননো ক'লৈকে গৈ আছে তাৰ সংকেত দিব পৰা কম্পাছ যন্ত্ৰ নাছিল। ৰবীন্দ্ৰ নাথ ঠাকুৰ, মহাত্মা গান্ধীৰ দৰে মানুহ আৰু তেওঁলোকৰ আধ্যাত্মিক পূৰ্বজবিলাকে এই কম্পাছ যন্ত্ৰ পালে। এই কম্পাছটোকে মানৱতাৰ জাহাজখনত ৰাখিব নোৱাৰি নে যাতে উভয়পক্ষই নিজৰ নিজৰ উদ্দেশ্য উপলব্ধি কৰিব পাৰে?'

যিজন মহান আমেৰিকান নেতা আব্ৰাহাম লিংকনে দাসত্ব প্ৰথাৰ বিৰুদ্ধে দীৰ্ঘদিন সংগ্ৰাম কৰিছিল আৰু যিজন আব্ৰাহাম লিংকন কিছু কিছু বিষয়ত মহাত্মা গান্ধীৰ সমকক্ষ আছিল তেওঁ এইখিনিতে মাত লগালে ঃ 'মই এটা কথা ক'ব বিচাৰো। বিভিন্ন পৰ্যায়ত পৰিয়ালৰ সুখ-সমৃদ্ধিৰ পৰাই সুখ আহে। ভগবানৰ অপাৰ কৰুণাত মানৱ জীৱই সুখ-শান্তি লাভ কৰে। এই পৃথিৱীৰ স্বৰ্গীয় জীৱনত সুখ আৰু প্ৰসন্নতা দুটা বিশেষ দৰকাৰী উপাদান। সমৃদ্ধি আৰু ক্ষমতাৰ অনুধাৱন কৰি থাকোতে নৈতিক মূল্যবোধৰ ফালে আমি চকু নিদিওঁ। সম্ভৱতঃ সেইবাবেই ৰাষ্ট্ৰ আৰু সৰ্বসাধাৰণৰ মাজত অনেক দ্বন্দ্ব। আমি নিজেই নিজক সুধিব লাগিব— মানৱ সচেতনতাৰ ভূমিকা কি? ৰাজনৈতিক চিন্তা, বৈজ্ঞানিক চিন্তা আৰু পৰমাৰ্থিক জ্ঞান সম্বন্ধীয় চিন্তাত ইয়াৰ কিবা ভূমিকা আছেনে? জীৱন সংক্ৰান্তীয় বিষয়ত আধ্যাত্মিকতা গ্ৰহণযোগ্যনে?

মহাত্মা গান্ধীয়ে ঋষি অষ্টাবক্রক স্মৰণ কৰিলে। ঋষি অষ্টাবক্ৰই এইদৰে কৈছিল, 'হে মোৰ পুত্ৰ! তুমিয়েই সেই জ্ঞান যাৰ অভ্যন্তৰত এই বিচিত্ৰ ব্ৰহ্মাণ্ডৰ সৃষ্টি হৈছে আৰু সেইটো তোমাৰ পৰা পৃথক নহয়। তেনেহ'লে কিবা এটা স্বীকাৰ্য বা অস্বীকাৰ্য হোৱাৰ প্ৰশ্ন উত্থাপিত হয় কেনেকৈ?' জীৱনৰ মূল বিষয়বস্তু হওক শান্তি আৰু সমৃদ্ধি, শোষণ আৰু দ্বন্দ্ব নহয়।

'এই গ্ৰহৰ প্ৰতি এয়ে আমাৰ বাণী। আমি যিহকে কৰো বা যি মতবাদ বা বিধানকে সমৰ্থন কৰো, সেই আটাইবোৰ মানৱতাৰ কল্যাণৰ স্বাৰ্থত হোৱা উচিত।'

পিছদিনাখন ৰাতিপুৱা মই চাহ খাই খাই অলপ সময় বহি আছিলো। তেতিয়া মই আচৰিত সপোনটোৰ কথাকে ভাবি আছিলো। আৰু কিছু উচ্চতাত হেলিকপ্তাৰখনে নিয়ন্ত্ৰণ হেৰুৱাই পেলালে কি হ'লহেঁতেন! মোৰ নিজৰ দুৰ্ঘটনাটোৰ মাত্ৰ কেইঘণ্টামানৰ আগতে এজন প্ৰতিভাৱান নেতা আৰু কেইজনমান ডেকা আৰু প্ৰতিভাৱান সাংবাদিকৰ দল এটা কঢ়িয়াই নিয়া বিমান এখন দুৰ্ঘটনাত পতিত হৈছিল। বিমানখনৰ আটাইবোৰ আৰোহীৰ মৃত্যু হ'ল। সৌভাগ্যক্ৰমে মই বাচি গ'লো আৰু এতিয়া ৰাতিৰ অভিজ্ঞতাটোৱে যেন মোৰ বাবে কিবা এক বাণীহে লৈ আহিল! মই কি কৰা উচিত?

খিৰিকীখনেৰে মই বাহিৰলৈ চালো। বেলিটো আকাশত, ঠিক মূৰৰ ওপৰত। মন-প্ৰাণ শীতল কৰা এছাটি বতাহ বৈ আছিল। মই সদায় প্ৰকৃতিৰ সমীপতে থাকো আৰু প্ৰকৃতিক বন্ধু হিচাপেই পাওঁ। প্ৰকৃতিয়ে মোক দিয়ে, কিন্তু চৰ্তহীনভাৱে— ঠিক আমগছৰ দৰে। মানুহে ইয়াৰ গালৈ ফৰ্মুটি মাৰে, তাৰ ডাল-পাত ভাঙে; তথাপিও কিন্তু গছজোপাই ক্লান্ত বাটৰুৱাক তাৰ ছাঁ দিয়ে আৰু ভোকাতুৰজনক দিয়ে তাৰ ফল। ৰামেশ্বৰম্, থুম্বা আৰু চণ্ডীপুৰ য'ৰেই সাগৰ হওক, পোখৰাণৰ মৰুভূমিয়েই হওক, অথবা হায়দৰাবাদৰ প্ৰকাণ্ড প্ৰকাণ্ড শিলবোৰেই হওক— মই য'ত য'ত কাম কৰিছো তাতেই প্ৰকৃতিৰ নৈকট্য মনে-প্ৰাণে অনুভৱ কৰিছো। ইয়েই মোক সৃষ্টিৰ সৰ্বত্ৰ বিৰাজ কৰি থকা ঐশ্বৰিক শক্তিটোৰ কথা মনত পেলাই দিয়াত সহায় কৰে।

মই সপোনটোৰ কথাকে গভীৰভাৱে ভাবি আছো। আজিও পৃথিৱীৰ ইতিহাসে দেখুৱাই দিয়ে যে শুভ শক্তিবোৰে মানৱ জীৱন সুন্দৰতৰ কৰাৰ বাবে নিৰন্তৰ সংগ্ৰাম কৰে। আনহাতে মানৱ জাতিৰ ধ্বংস কৰাৰ সাংঘাতিক শক্তি আছে। এইদৰে এহাতে আমাৰ সন্মুখত গান্ধী আৰু অন্য মহান সাধু-সন্ত আৰু শিক্ষকসকল আছে যিয়ে সুখী আৰু পুণ্য জীৱনৰ বাবে আদৰ্শৰ পৰাকাষ্ঠা দেখুৱাই

থৈ গৈছে। আনহাতে দ্বিতীয় বিশ্বযুদ্ধত লাখ লাখ মানুহৰ মৃত্যু আৰু সমগ্ৰ চহৰ ধ্বংসস্তূপত পৰিণত কৰা পৰমাণু বোমা নিক্ষেপ কৰাৰ কাহিনীও আছে। বছনিয়াৰ সংঘৰ্ষত হেজাৰ হেজাৰ লোকৰ প্ৰাণহানি হৈছে, ইজৰাইল-পেলেষ্টাইন সংঘৰ্ষত মানুহ মৰিয়েই আছে। আকৌ ২০০১ চনৰ ১১ ছেপ্টেম্বৰৰ দিনাখন সন্ত্ৰাসবাদীহঁতে এক অভূতপূৰ্ব উপায়েৰে নিউয়ৰ্ক-স্থিত বিশ্ব বাণিজ্য কেন্দ্ৰ (ৱৰ্ল্ড্ ট্ৰেড্ চেণ্টাৰ)ত আঘাত হানি বহু মানুহৰ প্ৰাণ ল'লে। আমাৰ নিজৰ দেশৰ কথাকে ধৰক, বহুৰাষ্ট্ৰীয় কোম্পানীৰ অসাৱধানতাৰ বাবে ভূপাল গেছ ট্ৰেজেদিত প্ৰায় ত্ৰিশ হেজাৰ মানুহ মৃত্যুমুখত পৰিল। কাশ্মীৰ উপত্যকাৰ হিংসাত্মক ঘটনাত হেজাৰ হেজাৰ মানুহ মৰিছে। ২০০১ চনৰ ১৩ ডিচেম্বৰৰ দিনাখন ভাৰতবৰ্ষৰ নেতাসকল সংসদৰ ভিতৰত থাকোতে সন্ত্ৰাসবাদীবোৰে গোটেই দেশখনকে স্তব্ধ আৰু পক্ষাঘাতগ্ৰস্ত কৰি দিয়াৰ এটা চেষ্টা কৰিছিল। এইবোৰ বন্ধ হ'ব ক'ত? নিজে নিজক ধ্বংস কৰাটোৱেই আছে নেকি আমাৰ ভাগ্যত? নাই নাই, আমি এইবোৰৰ এটা স্থায়ী সমাধান বিচাৰি উলিয়াবই লাগিব।

কেইবছৰমানৰ আগতে মই লিখা কবিতা এটা মনত পৰিছে। কবিতাটোৰ নাম— 'দ্য ট্ৰী অব্ লাইফ' (অনু.— জীৱন বৃক্ষ)

## জীৱন বৃক্ষ

'হে মানৱ জাতি!  
মোৰ সৃষ্টিৰ তোমালোকেই শ্ৰেষ্ঠ জীৱ!  
তোমালোক বাচি থাকিবা  
একেডালি ডোলেৰে বান্ধ নোখোৱালৈকে  
সুখে-দুখে  
দি থাকা দিয়েই থাকা!  
মোৰ করুণা তোমালোকৰ অন্তৰলৈকেও  
বোৱাই নিয়া হ'ব

প্ৰেম নিৰৱচ্ছিন্ন  
প্ৰেমেই মানৱতাৰ অভিযান  
জীৱন বৃক্ষত ইয়াক  
সদায়েই দেখিবা!

তোমালোকে শিকনি লোৱা  
তোমালোকেই মোৰ সৃষ্টিৰ শ্ৰেষ্ঠ জীৱ!'

মই সপোনত দেখা সেই মহান আত্মাকেইজন বেলেগ বেলেগ সময়ত এই পৃথিৱীলৈ আহিছিল। আধুনিক সংসাৰত এনে খুব সংখ্যক মানুহৰহে উদাহৰণ দিব পাৰি যাৰ গাত মনৰ প্ৰকৃতি উপলব্ধিৰ জৰিয়তে উৎপত্তি হোৱা গুণৰাশি মূৰ্ত হৈ উঠে। এবাৰ এটি শিশুৱে মোক মহাভাৰতখন পঢ়িছো নে নাই, যদি পঢ়িছো, ইয়াৰ কোনটো চৰিত্ৰ মোৰ প্ৰিয় সেই প্ৰশ্নটো সুধিছিল। মহাকাব্যখনৰ বহুমুখী চৰিত্ৰবোৰে জীৱনৰ ভাল আৰু বেয়া আটাইবোৰ দিশকে প্ৰতিনিধিত্ব কৰে। মহাভাৰতৰ বিদুৰৰ চৰিত্ৰটোৱে মোক বিশেষভাৱে আকৃষ্ট কৰে বুলি শিশুটিক ক'লো। কিয়নো একমাত্ৰ বিদুৰেহে ৰাজশক্তিৰ অপকৰ্মৰ বিৰুদ্ধে মাত মতাৰ সাহস কৰিছিল আৰু আন আটায়ে অন্যায়-অধৰ্মৰ অত্যাচাৰ-উৎপীড়নৰ আগত সেও মানিলেও একমাত্ৰ বিদুৰেহে তাৰ বিৰোধিতা কৰাৰ সাহস দেখুৱাইছিল।

সম্প্ৰতি আমাৰ নেতাসকলৰ মাজত এজন সঁচা বিদুৰ পোৱাটো টান। তেনে এজন জ্ঞানী পুৰুষ কল্পনাতো পোৱা দুৰ্লভ। তাতকৈও টান হ'ল তেনে জ্ঞানৰ সন্ধান কৰা। বৰ্তমান সামাজিক জীৱনতো ধৰ্মৰ স্থান তেনেই নিৰুৎসাহজনক! কেউফালে নিম্ন মানদণ্ডৰ কথা-বতৰা, দম্ভ, মান-অভিমান, ক্ৰোধ, লোভ, পৰশ্ৰীকাতৰতা, হিংসা-দ্বেষ, বৰ্বৰতা, কামুকতা, ভয়-শংকা, উদ্বিগ্নতা, অশান্তি আদিৰ পয়োভৰ। মই নিজৰ অভ্যন্তৰত এক নতুন সংকল্পৰ প্ৰত্যুষ অনুভৱ কৰিছোঁ।

মনৰ ভিতৰত এনে এক নতুন সংকল্প জাগি উঠাত মই কণ কণ ল'ৰা-ছোৱালীৰ মাজতেই ভাৰতমাতৃৰ সঁচা আত্মাৰ প্ৰতিচ্ছবি আৱিষ্কাৰত সহায় কৰাৰ সিদ্ধান্ত ল'লো। মোৰ নিজৰ কাম-কাজ আৰু প্ৰকৃতপক্ষে ব্যক্তি হিচাপে মোক নিজকো পশ্চাদভূমিলৈ ঠেলি পঠিয়ালো। মোৰ বৈজ্ঞানিক জীৱন, মোৰ দল-বল, মোৰ বঁটা-বাহন এই সকলো গৌণ হৈ পৰিল। তাৰ পৰিৱৰ্তে মই শাশ্বত প্ৰজ্ঞা অৰ্থাৎ ভাৰতৰ এক অংগ হ'ব বিচাৰিলো। আনন্দমুখৰ ল'ৰা-ছোৱালীবোৰৰ লগত মিলামিচা কৰি নিজৰ উৎকৰ্ষ সাধন কৰাৰ লগতে আমাৰ অন্তৰাত্মা আৰু আমাৰ অভ্যন্তৰত থকা পৰমাৰ্থৰ সন্ধান কৰাৰ কামনা কৰিলো।

ব্যক্তি এজনে জীৱনকালত বিভিন্ন পৰ্যায় বা অৱস্থা অতিক্ৰম কৰি আহে বুলি সকলোৱে জানে। ডঃ ৱেয়নি ডব্লিউ ডায়াৰে তেওঁৰ 'মেনিফেষ্ট ইয়'ৰ ডেছটিনী' নামৰ গ্ৰন্থখনত জীৱনৰ স্তৰবিলাকত এক আমোদজনক শ্ৰেণী বিভাজন কৰিছে, যেনে— ক্ৰীড়াবিদ, যোদ্ধা, ৰাজপুৰুষ আৰু মহাপুৰুষৰ স্তৰ। মোৰ

ধাৰণা— ৰাষ্ট্ৰয়ো এই একে ধৰণে যুগসন্ধি অতিক্ৰম কৰে। এই বৰ্গীকৰণক ৰাষ্ট্ৰৰ স্থিতিত বিচাৰ কৰি মই অন্তিম দুটা স্তৰক ক্ৰমে 'বিগ্ ব্ৰাদাৰ' (অৰ্থাৎ একনায়ক বা পৃষ্ঠপোষক) আৰু আত্মোপলব্ধিৰ স্তৰ বুলি কৈছো। এই স্তৰসমূহ ক্ৰমানুসাৰে অহাৰ প্ৰয়োজন নাই; এটা স্তৰ মুখ্য হৈ আনবোৰ সহ অৱস্থানকাৰীও হ'ব পাৰে!

প্ৰথম প্ৰথম, ক্ৰীড়াবিদৰ স্তৰত ৰাষ্ট্ৰ একোখনে স্বাধীনতা সংগ্ৰাম বা তেনেকুৱা যুগসন্ধি অতিক্ৰমি আহি কাৰ্য আৰু সিদ্ধিৰ জোৰ অন্বেষণত প্ৰবৃত্ত হয়। এইটো ঘটিছে জাপান, ছিংগাপুৰ আৰু মালয়েছিয়াত।

এই স্তৰ বা চৰণ পাৰ হোৱাৰ পিছত ৰাষ্ট্ৰই যোদ্ধাৰ বৰ্গত প্ৰৱেশ কৰে। নিজৰ সফলতাত গৌৰৱান্বিত হৈ ই আনৰ ওপৰত সম্ভৱ বিজয়ৰ জৰিয়তে শ্ৰেষ্ঠতা প্ৰদৰ্শন কৰাৰ এটা ৰাস্তা বা সুবিধা পায়। এনেকুৱা পৰিস্থিতিত অহংভাবেই চালিকা শক্তি হয়। এই স্তৰৰ মাজেদি যাওঁতে মানুহে আনৰ লগত প্ৰতিযোগিতা কৰি লক্ষ্য আৰু কাৰ্যসাধনত ব্যস্ত থাকে। ডায়াৰে আঙুলিয়াই দিছে যে ই ব্যক্তিৰ বাবে উদ্বিগ্নতাৰ জন্ম দিয়ে। নিজৰ শ্ৰেষ্ঠত্বৰ বিষয়ে আনক পতিয়ন নিওৱাটোৱেই মূল প্ৰসংগ হৈ পৰে।

তাৰ পৰৱৰ্তী 'বিগ্ ব্ৰাদাৰ' স্তৰত অহংভাবটোক কিছু পৰিমাণে দমোৱা হয়। তেতিয়া নতুনকৈ লব্ধ ইয়াৰ পৰিপক্কতাৰ সচেতনতা আন যি যি ৰাষ্ট্ৰ আৰু সমাজৰ বাবে প্ৰাসংগিক বা জৰুৰী তালৈ স্থানান্তৰ ঘটে। এই 'বিগ্ ব্ৰাদাৰ' ষ্টেজত ৰাষ্ট্ৰই সিদ্ধি লাভৰ বাবে কাম কৰিয়েই থাকে যদিও ই নিজৰ শৌৰ্য-বীৰ্য প্ৰমাণৰ বাবে বলিয়া নহয়। আনক উন্নততৰ অৱস্থালৈ নিয়াত সহায় কৰাটোৱেই মূল কথা। তদানীন্তন ছোভিয়েট ইউনিয়নে বিভিন্ন দেশত উন্নয়নমূলক কাম-কাজ কৰি সেই ভূমিকা গ্ৰহণ কৰিছিল। ব্যক্তিৰ নিচিনাকৈ ৰাষ্ট্ৰৰ পক্ষেও যোদ্ধাৰ স্তৰৰ পৰা 'বিগ্ ব্ৰাদাৰ' স্তৰলৈ ঘটা নিবৃত্তিটো উদগনিমূলক হ'লেও ই কিন্তু এক কষ্টসাধ্য প্ৰয়াস।

এই 'বিগ্ ব্ৰাদাৰ' স্তৰতকৈ উচ্চতৰ স্তৰ এটাও আছে। এই চৰণত ৰাষ্ট্ৰই নিজৰ সঁচা সত্তা বা মৰ্মক চিনি পায়। পৃথিৱীখন যে কোনো এক ৰাষ্ট্ৰৰ পৈতৃক সম্পত্তি নহয়— ই যে সকলোৰে, সেই ধাৰণাৰ পৰা ওলাই আহে। তদুপৰি ইয়াৰ মানুহৰ মনত আন আন মানুহৰ প্ৰতি দায়বদ্ধতা সম্পৰ্কে সজাগতাৰ সৃষ্টি হয়। ইয়াক আত্মোপলব্ধিৰ স্তৰ বুলি ক'ব পাৰি। ভাৰতবৰ্ষৰ এই অৱস্থা লাভ কৰাৰ শক্তি আছে।

তিয়াল্লিশ বছৰীয়া কৰ্মজীৱনত মই বহু অনুষ্ঠান-প্ৰতিষ্ঠানত মোৰ কাম-কাজৰ পদ্ধতি সলনি কৰিছোঁ। পৰিৱৰ্তন অতি গুৰুত্বপূৰ্ণ। ইয়াৰ ফলত নতুন নতুন চিন্তা-ভাৱনাৰ সঞ্চাৰ হয়। নতুন চিন্তাই মানুহক উদ্ভাৱনীমূলক কাৰ্য কৰাৰ বাবে পথ দেখুৱায়। ২০০১ চনৰ ১৫ আগষ্টৰ দিনাখন মই আৰু এটা পৰিৱৰ্তন অনাৰ বাবে সিদ্ধান্ত কৰিলো। মোৰ এই সংকল্পৰ কথা প্ৰধানমন্ত্ৰী শ্ৰীঅটল বিহাৰী বাজপেয়ীক জনালো। তেওঁ মোক আকৌ এবাৰ ভাবি চাবলৈ ক'লে। দায়িত্বমুক্ত হ'ব খোজাৰ মোৰ ইচ্ছাৰ কথা তেওঁক ইয়াৰ আগতেও কেইবাবাৰো অৱগত কৰিছিলো যদিও তেওঁ মোক কাম চলাই যাবলৈ পৰামৰ্শ দিছিল। তেওঁৰ পৰামৰ্শই ৰ'লগৈ যেনিবা।

ৰকেট মানৱ হিচাপেও মই বিভিন্ন চৰণৰ মাজেদি কাম কৰিছিলোঁ। ৰকেট এটা নিৰ্দিষ্ট প্ৰক্ষেপ পথেদি পঠিয়াই দিয়াৰ পিছতে প্ৰতিটো চৰণ আঁতৰাই দিয়া হয়। ১৯৬৩ চনৰ পৰা ১৯৮২ চনলৈ এই সময়খিনিত মই ভাৰতীয় মহাকাশ গৱেষণা প্ৰতিষ্ঠান (ISRO— ইণ্ডিয়ান স্পেচ ৰিছাৰ্চ অৰ্গেনাইজেশ্যন)ত কাম কৰিছিলো। ১৯৮০ চনত ভাৰতবৰ্ষই নিজৰ প্ৰথম উপগ্ৰহ উৎক্ষেপণ যান সফলতাৰে প্ৰক্ষেপিত কৰি ৰোহিণী উপগ্ৰহক কক্ষত স্থাপিত কৰিলে আৰু এনেকৈয়ে আমাৰ দেশ বিশিষ্ট অন্তৰীক্ষ ক্লাবৰ সদস্য হ'ল। মই এছ এল ভি-৩ মিছনৰ প্ৰকল্প সঞ্চালক হিচাপে দলটোৰ মুৰব্বী হৈছিলো। আমাৰ এই প্ৰয়াসত লাভ কৰা সফলতাই ৰাষ্ট্ৰখনক উপগ্ৰহ উৎক্ষেপণ যান নিৰ্মাণৰ কাৰিকৰী অৰ্হতা আৰু নিয়ন্ত্ৰণ, পৰিচালনা, সম্মুখক্ষেপণ আৰু এয়ৰ'ডায়নেমিক্সত বিশেষজ্ঞতা লাভ কৰাৰ উপৰি বিভিন্ন ৰকেট প্ৰণালীৰ ডিজাইন বনোৱা কামো শিকাই দিলে। সৰ্বোপৰি, এই পৰিযোজনাই সংগঠনক গৱেষণা আৰু উন্নয়ন (আৰ এণ্ড ডি— ৰিছাৰ্চ এণ্ড ডেভেলপমেণ্ট), বিজ্ঞানাগাৰ, উদ্যোগ আৰু শৈক্ষিক সংস্থাসমূহৰ পৰা লাভ কৰা সহযোগৰ আধাৰত ডিজাইন, উন্নয়ন আৰু প্ৰবন্ধন প্ৰণালীত সক্ষমতা বৃদ্ধি কৰি সমৃদ্ধ কৰিলে। লগতে এই কাৰ্যক্ৰমে টেকন'লজী আৰু প্ৰবন্ধন ক্ষেত্ৰত নেতৃত্বৰো সৃষ্টি কৰিলে। উক্ত পৰিযোজনাৰ সৈতে যুক্ত বহুতো লোক সম্প্ৰতি বিভিন্ন অন্তৰীক্ষ আৰু প্ৰতিৰক্ষা কাৰ্যক্ৰমত কৰ্তব্যৰত হৈ আছে। এইটো মোৰ প্ৰথম স্তৰ আছিল আৰু তেতিয়া মই তিনিজন মহান অধ্যাপক, ক্ৰমে ড° বিক্ৰম সাৰাভাই, অধ্যাপক সতীশ ধাৱান আৰু ড° ব্ৰহ্ম প্ৰকাশৰ পৰা নেতৃত্বৰ শিক্ষা লাভ কৰিছিলো। এইটোৱেই মোৰ শিকা আৰু জ্ঞান লাভ কৰাৰ সময় আছিল।

দ্বিতীয় স্তৰ বা চৰণৰ আৰম্ভণি সম্ভৱ ১৯৮২ চনত প্ৰতিৰক্ষা গৱেষণা আৰু উন্নয়ন সংগঠন (ডি আৰ ডি অ'— ডিফেন্স ৰিছাৰ্চ এণ্ড ডেভেলপমেণ্ট অৰ্গেনাইজেশ্যন)ৰ পৰা হ'ব পাৰে। ইয়াতো প্ৰক্ষেপাস্ত্ৰ প্ৰৌদ্যোগিকী নিয়ন্ত্ৰণ ব্যৱস্থা (এম টি চি আৰ— মিছাইল টেকন'লজী কণ্ট্ৰোল ৰিজাইম) আৰু পৰমাণু অপ্ৰসাৰ সন্ধি (এন পি টি—নিউক্লিয়াৰ নন্-প্ৰলিফাৰেশ্যন ট্ৰিটী)ৰ দৰে উপকৰণৰ মাধ্যমত প্ৰৌদ্যোগিকীৰ নিষেধৰ পৃষ্ঠভূমিৰ বিৰুদ্ধে এইটোও দলবদ্ধ কাম। মই এনেকুৱা কেইটামান দলৰ লগত আৰু ডি আৰ ডি অ'-ৰ প্ৰয়োগশালাত কাম কৰাৰ সুবিধা পাইছিলো। তাৰ ফলত তাত দুটা ষ্ট্ৰেটেজিক মিছাইলৰ ডিজাইন, বিকাশ, উৎপাদন আৰু প্ৰচালনৰ কাম হৈছিল। যিমানেই বন্ধুত্বপূৰ্ণ সম্পৰ্ক নাথাকক কিয়, এনেকুৱা ধৰণৰ ষ্ট্ৰেটেজিক মিছাইল আমাৰ ভাৰতবৰ্ষই কোনো দেশৰ পৰা নাপায়। এইখিনি সময়তে উৎকৃষ্ট সা-সুবিধা থকা আৰু উচ্চক্ষমতা সম্পন্ন তিনিটা নতুন প্ৰয়োগশালাৰ জন্ম হৈছিল। তাৰে এটা প্ৰক্ষেপাস্ত্ৰ প্ৰৌদ্যোগিকী (মিছাইল টেকন'লজী)ৰ ক্ষেত্ৰৰ আৰু সেইটো হায়দৰাবাদৰ আৰ চি আই— অনুসন্ধান কেন্দ্ৰ ইমাৰত। আন দুটা প্ৰক্ষেপাস্ত্ৰ পৰীক্ষণ কেন্দ্ৰৰ এটা মুখ্য ভূমিত আৰু আনটো বংগোপসাগৰৰ উপকূলত, চণ্ডীপুৰৰ ওচৰৰ এটা দ্বীপত স্থাপিত। তাৰ উপৰি, প্ৰয়োগশালা আৰু শৈক্ষিক সংস্থানৰ দ্বাৰা উদ্ভাৱিত মহত্বপূৰ্ণ প্ৰৌদ্যোগিকীৰ ভাগ্যক্ৰমে দেশে প্ৰক্ষেপাস্ত্ৰ প্ৰৌদ্যোগিকী নিয়ন্ত্ৰণ ব্যৱস্থা (এম টি চি আৰ)ৰ চাপৰ পৰা মুক্ত হৈ এক প্ৰৌদ্যোগিক শক্তিৰ ৰূপত অৱতীৰ্ণ হয়। মোৰ দলটোৱে আন্তঃমহাদেশীয় ক্ষেপণাস্ত্ৰ (আই চি বি এম— ইণ্টাৰকণ্টিনেণ্টাল্ বেলিষ্টিক মিছাইল)ৰ উপৰি যি কোনো ধৰণৰ প্ৰক্ষেপাস্ত্ৰ প্ৰণালীৰ আৰ্হি নিৰ্মাণ আৰু উন্নয়ন কৰিব পাৰিছিল।

এই চৰণৰ সময়ত মই বহুকেইটা সাফল্য লাভ কৰিছিলো যদিও কেইটামানত অকৃতকাৰ্যও হৈছিলো। অসফলতাৰ পৰা মই শিকনি লৈছিলো আৰু সিবোৰৰ মুখামুখি হ'বলৈ নিজক দৃঢ় কৰি লৈছিলো। এই দ্বিতীয় চৰণটোৱেই মোক অসফলতাবোৰক নিয়ন্ত্ৰণ কৰাৰ গুৰুত্বপূৰ্ণ শিকনি দিছিল।

আণৱিক শক্তি বিভাগ (ডি এ ই— ডিপাৰ্টমেণ্ট অব্ এট'মিক এনাৰ্জী) আৰু সশস্ত্ৰ সেনাবাহিনীৰ সমৰ্থনপুষ্ট ডি আৰ ডি অ'ৰ উল্লেখযোগ্য সহযোগিতাৰে ভাৰতক এখন পৰমাণু অস্ত্ৰসম্পন্ন ৰাষ্ট্ৰ বনোৱাৰ বাবে দেশে চলোৱা অভিযানত মোৰ অংশগ্ৰহণটো মোৰ তৃতীয় চৰণ হ'ব পাৰে। এই অভিযানটো সম্পূৰ্ণ সফল হৈছিল।

কিন্তু যেতিয়া ল'ৰা-ছোৱালীবোৰে মোক সোধে — 'যোৱা চল্লিশটা বছৰত আপোনাৰ জীৱনত কিহে আপোনাক বেছি সুখ দিছে?'— তেতিয়া মই তাহাঁতক কওঁ যে যেতিয়া হৃদৰোগত ভোগা ৰোগীবিলাকক নিজৰ ধমনীত 'কে আৰ কৰোনেৰী ষ্টেণ্ট্' লগোৱা আৰু প্ৰতিবন্ধী শিশুক 'লাইট্‌ৱেট্ ফ্ল'ৰ ৰিএক্‌শ্যন অৰ্থোছিছ্ (এফ আৰ অ') কেলিপাৰ' লগোৱাৰ পিছত তাৰ কষ্ট লাঘৱ হোৱা দেখো তেতিয়া মই আটাইতকৈ বেছি প্ৰসন্নতা লাভ কৰো। এই দুয়োবিধ যতন বা সামগ্ৰী আমি প্ৰক্ষেপাস্ত্ৰ প্ৰৌদ্যোগিকীৰ পৰা পাওঁহক।

এই চৰণৰ ভিতৰতে মই সম্পূৰ্ণ দুটা কাৰ্যকাল (প্ৰায় আঠ বছৰ) ধৰি বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যা বিভাগৰ অধীনস্থ প্ৰৌদ্যোগিকী সূচনা, পূৰ্বানুমান আৰু আকলন পৰিষদ (টি আই এফ এ চি— টেকন'লজী ইনফৰমেশ্যন, ফ'ৰকাষ্টিং এণ্ড এছেছমেণ্ট কাউন্সিল)ত অধ্যক্ষৰ পদত কাৰ্যনিৰ্বাহ কৰিছিলো। এই সময়তে একেলগে পাঁচশজন বিশেষজ্ঞক লৈ গঠিত দলৰ কাম-কাজৰ আধাৰত 'টেকন'লজী ভিজন, ২০২০'ৰ জন্ম হৈছিল। উক্ত দলটোৱে বিভিন্ন ক্ষেত্ৰৰ লগত যুক্ত পাঁচ হেজাৰ বৈজ্ঞানিক আৰু প্ৰযুক্তিবিদৰ পৰা লাভ কৰা তথ্যৰ সহায়ত এই কাম কৰিছিল। পিছত প্ৰৌদ্যোগিকী ভিজন দস্তাবেজ আৰু ৰাষ্ট্ৰীয় সুৰক্ষাৰ বিভিন্ন দিশ সমন্বিত কৰি ভাৰত সহস্ৰাব্দ মিছন (আই এম এম— ২০২০)ৰ জন্ম দিয়া হ'ল। ১৯৯৯ চনৰ নৱেম্বৰ মাহত মই ভাৰত চৰকাৰৰ মুখ্য বিজ্ঞান উপদেষ্টা পদৰ দায়িত্বভাৰ গ্ৰহণ কৰিলো। তেতিয়া মোৰ দায়িত্ব আছিল উক্ত যোজনা (আই এম এম—২০২০)ৰ বিস্তৃত কৰা আৰু কৰ্মসূচীৰ উদ্ভাৱন কৰা। এই যোজনা বাস্তৱিকতে ভাৰতবৰ্ষক উন্নত দেশ বনোৱা পথৰ নিৰ্দেশ থকা মানচিত্ৰ— অৰ্থাৎ ই ৰাষ্ট্ৰৰ দ্বিতীয় অন্তৰ্দৃষ্টি। বৰ্তমানে শিক্ষা আৰু কৃষি ক্ষেত্ৰত কিছুমান পৰীক্ষামূলক কাম কৰাৰ লগতে সুসমন্বিত পদ্ধতিৰে কিছুসংখ্যক গাঁৱৰ উন্নয়নৰ কাম আগবাঢ়িছে। এই বিষয়ত এখন কেবিনেট পেপাৰ চৰকাৰৰ অনুমোদনৰ বাবে পেচ কৰা হৈছে। এই তৃতীয় চৰণত 'ইনষ্টিটিউশ্যনেল পাৰ্টনাৰছিপ' (সংস্থাগত অংশীদাৰ)ৰ পৰা প্ৰৌদ্যোগিকীৰ স্তৰত্ শক্তি সংগ্ৰহ কৰা, সমাজৰ প্ৰয়োজন অনুসাৰে প্ৰযুক্তিৰ অনুকূলন আৰু ৰাষ্ট্ৰৰ বাবে অন্তৰ্দৃষ্টি বিধিবদ্ধ কৰা কামত মই ব্যস্ত আছিলো।

২০০১ চনৰ ৩০ ছেপ্টেম্বৰৰ দিনা হোৱা হেলিকপ্টাৰ দুৰ্ঘটনাটোৰ পিছত তৃতীয় চৰণৰো বোজা পাতলোৱাৰ সময় অহা বুলি মই উপলব্ধি কৰিলো। এই চিন্তাটো ২ অক্টোবৰৰ দিনা (মহাত্মা গান্ধীৰ জন্মদিৱস) আৰু বেছি প্ৰবল

হ'ল। সিদিনাখন মই কেৰালাৰ কোল্লম-স্থিত মাতা অমৃতানন্দময়ীৰ আশ্ৰমলৈ গৈছিলো। তেওঁ নেতা আৰু উদ্যোগীবিলাকৰ এটা নতুন প্ৰজন্মৰ সৃষ্টি কৰাৰ বাবে শিক্ষা আৰু আধ্যাত্মিকতাৰ একত্ৰীকৰণৰ ওপৰত গুৰুত্ব আৰোপ কৰিলে। ২০০১ চনৰ ১২ অক্টোবৰ। সূৰ্যৰ চাৰিওফালে কক্ষপথেদি সত্তৰটা পাক সম্পূৰ্ণ কৰিবলৈ মোৰ তিনিটা দিন মাত্ৰ বাকী আছিল। মই অৱসৰ গ্ৰহণৰ সিদ্ধান্ত লোৱা বুলি সম্পূৰ্ণ ঔপচাৰিকতাৰে প্ৰধানমন্ত্ৰীলৈ পত্ৰ এখন প্ৰেৰণ কৰিলো আৰু এমাহৰ ভিতৰতে মোক কামৰ পৰা আজৰাই দিয়াৰ বাবেও অনুৰোধ জনালো। এইবাৰ যেনিবা তেওঁ সদয় হ'ল আৰু মই জিকিলো।

ইয়াৰ মাজতো মই বিদ্যালয়বিলাকলৈ গৈয়েই আছো। বিভিন্ন ৰাজ্যলৈ যাওঁতে—বিশেষকৈ উত্তৰ-পূৰ্বাঞ্চলৰ অসম আৰু ত্ৰিপুৰা, এই দুখন ৰাজ্য আৰু ঝাৰখণ্ড আৰু তামিলনাডুৰ কেইখনমান ঠাই ভ্ৰমণলৈ যাওঁতে মই হেজাৰ হেজাৰ পঢ়াশলীয়া ছাত্ৰ-ছাত্ৰীক সম্বোধি বক্তৃতা দিছো। এই সংখ্যা শেষবাৰ গণ্ডি কৰোতে চল্লিশ হেজাৰ হৈছিলগৈ। মই দেখিছো যে এই বয়সৰ ল'ৰা-ছোৱালীৰ সৈতে মই খুব ভালকৈ ভাবৰ আদান-প্ৰদান কৰিব পাৰো। মই তেওঁলোকৰ কল্পনা, চিন্তা-ভাবনাৰ ভাগ লওঁ। আটাইতকৈ ডাঙৰ কথা হ'ল—তেওঁলোকৰ সৈতে ভাবৰ আদান-প্ৰদান কৰি মোৰ এটা ধাৰণা হৈছে যে মই তেওঁলোকৰ মনত বিজ্ঞানৰ প্ৰতি প্ৰেম জগাই তুলিব পাৰো, আৰু তাৰ জৰিয়তে এখন উন্নত ভাৰতবৰ্ষ নিৰ্মাণৰ অভিযানৰ ধাৰণা জগাব পাৰো।

এইটো মোৰ চতুৰ্থ চৰণ হ'বনে? সফল হ'ব পাৰিমনে? মই সঁচাই নাজানো। কিন্তু যিটো কথা মই খুব ভালকৈ জানো সেইটো হ'ল এই যে স্বপ্নৰ প্ৰতি থকা দায়বদ্ধতাতকৈ ডাঙৰ কিবা শক্তি পৃথিৱীততো নায়েই, আনকি স্বৰ্গতো নাই। স্বপ্নত এনে এটা শক্তি নিহিত আছে যি শক্তি সকলো বস্তুৰে হৃদয়ত থাকে। ইয়াৰ বাধ্য কৰোৱা শক্তিয়ে আধ্যাত্মিক আৰু ভৌতিক পদাৰ্থক সংযুক্ত কৰে।

বিগত কেইবছৰমানৰ পৰা গবেষণা আৰু অধ্যাপনাৰ কাম হাতত ল'ম ল'ম বুলি মোৰ মনত এটা ইচ্ছা আছিল। সেই উদ্দেশ্যৰ লগতে মই পঢ়াশলীয়া ছাত্ৰ-ছাত্ৰীক লগ পোৱাৰ মানসেৰে সময় উলিয়াবৰ বাবে মোৰ 'মাতৃসমা শিক্ষানুষ্ঠান' (alma mater) আন্না বিশ্ববিদ্যালয়লৈ গুচি গ'লো। সৃষ্টিশীলতা আৰু উৎসাহ-উদ্যমত টগবগাই থকা ডেকাসকলৰ মাজত থাকিলে মনত কি যে মহত্ত্বপূৰ্ণ অনুভৱ ওপজে! এই বিস্ময়কৰ শক্তিক ৰাষ্ট্ৰ নিৰ্মাণৰ দৰে মহান কামৰ বাবে পথ দেখুৱাই নিয়াৰ কি যে মহান দায়িত্ব পালন কৰিব লাগিব

আমাৰ দেশৰ অগ্ৰজসকলে! আমি হেৰুওৱা সুযোগ-সুবিধা আৰু অতীতৰ বিফলতাৰ ক্ষতিপূৰণ কিদৰে কৰিমহঁক!

**সাৰাংশ ঃ**

আধ্যাত্মিকতাক শিক্ষাৰ সৈতে সংযুক্ত কৰিব লাগিব। আত্মোপলব্ধিয়েই কেন্দ্ৰবিন্দু। আমি প্ৰত্যেকেই নিজৰ উচ্চ আত্মা সম্পৰ্কে সচেতন হ'ব লাগিব। আমি মহান অতীত আৰু উজ্জ্বল ভৱিষ্যতৰ মাজৰ যোগসূত্ৰ। আমাৰ অভ্যন্তৰৰ সুপ্ত শক্তিক উদ্দীপ্ত কৰিব লাগিব যাতে ই আমাক পথ দেখুৱাব পাৰে। গঠনমূলক প্ৰচেষ্টাত প্ৰবৃত্ত তেনেকুৱা মনৰ দীপ্তি বা ঔজ্জ্বল্যই এই দেশলৈ শান্তি, সমৃদ্ধি আৰু স্বৰ্গসুখ লৈ আনিব।

# দ্বিতীয় অধ্যায়

# আমাক এটা আদৰ্শ আৰ্হি দিয়া

'সাধাৰণতে মানুহে যি হ'ম বুলি মনেৰে ভাবে সেয়ে হ'ব পাৰে। কিবা এটা কাম কৰিব নোৱাৰিম বুলি যদি মনতে ভাবো তেন্তে সেই ধাৰণাই মোক কামটো কৰাৰ বাবে অসমৰ্থ কৰে। কিন্তু পাৰিমেই বুলি অন্তৰত বিশ্বাস থাকিলে প্ৰথম অৱস্থাত নহ'লেও কামটো কৰাৰ যোগ্যতা বা সামৰ্থ্য অৰ্জন কৰিব পাৰি।'

— মহাত্মা গান্ধী

মই বিশেষকৈ ডেকা বিদ্যাৰ্থীখিনিকেই কিয় লগ কৰো? ইয়াৰ উত্তৰ বিচাৰি মই নিজৰ ছাত্ৰকালটোলৈ অৱলোকন কৰিছিলো। ৰামেশ্বৰম্ দ্বীপৰ পৰা কি যে এক দীৰ্ঘ পৰিক্ৰমা! পশ্চাদৱলোকন কৰি এইটো অবিশ্বাস্য যেন লাগে। কিহৰ বলতনো এইটো সম্ভৱ হৈ উঠিল! কঠোৰ শ্ৰম? উচ্চাকাংক্ষা? বহু কথাই মনলৈ আহিল। মোৰ ধাৰণা— মই সদায় অৱদানৰ মূল্যৰে মোৰ যোগ্যতাৰ মূল্যায়ন কৰো। মাই কথা হ'ল— ভগৱানে দিয়া জীৱনৰ শ্ৰেষ্ঠ সম্পদবোৰ তোমাৰ মনে পাব বিচাৰে— তুমি সেইটো জানিব লাগিব। এখন উন্নয়নশীল ভাৰতবৰ্ষৰ নাগৰিক হোৱাৰ উপযুক্ত বুলি আমাৰ দেশৰ ছাত্ৰ-ছাত্ৰী আৰু নতুন প্ৰজন্মৰ মনত যদি প্ৰত্যয় নজন্মে তেতিয়া হ'লে তেওঁলোক কেতিয়া আৰু কেনেকৈ দায়িত্বশীল আৰু সমৃদ্ধ নাগৰিক হ'ব?

বিকাশশীল ৰাষ্ট্ৰৰ সমৃদ্ধিৰ আঁৰত কোনো ৰহস্য লুকাই নাথাকে। ঐতিহাসিক সত্যটো হ'ল— G-8 হিচাপে জনাজাত এইবোৰ ৰাষ্ট্ৰৰ জনসাধাৰণে জন্ম-জন্মান্তৰে এইটো বিশ্বাস কৰি আহিছে যে তেওঁলোকে এক শক্তিশালী আৰু সমৃদ্ধ ৰাষ্ট্ৰত সুচল জীৱন যাপন কৰিব লাগে। তেতিয়াহে বাস্তৱতা তেওঁলোকৰ আশা-আকাংক্ষাবোৰৰ অনুকূলে গ'ল।

সমৃদ্ধি আৰু আধ্যাত্মিকতা পৰস্পৰ বিৰোধী বুলি মই নাভাবো আৰু পাৰ্থিৱ বস্তু বিচৰাটো ভুল বুলিও মই নাভাবো। উদাহৰণ স্বৰূপে, ব্যক্তিগতভাৱে মই যেতিয়া ন্যূনতম সম্পদেৰে এটি সাধাৰণ জীৱন যাপন কৰো তেতিয়াও মই সমৃদ্ধিৰেই কামনা কৰো; কিয়নো এই সমৃদ্ধিয়ে নিৰাপত্তা আৰু আত্মবিশ্বাসৰ ভেটি মজবুত কৰে। সৰ্বোপৰি ইয়েই আমাৰ স্বাধীনতা অটুট ৰখাতো সহায়ক হয়। তুমি তোমাৰ চৌপাশলৈ লক্ষ্য কৰিলেও এইটো প্ৰত্যক্ষ কৰিবা যে প্ৰকৃতিয়েও আধৰুৱাকৈ একো নকৰে। বাগিচা এখনলৈ যোৱা। দেখিবা— ঋতু অনুসৰি কেউফালে লহপহকৈ বাঢ়ি অহা ফুলৰ পয়োভৰ। নাইবা ওপৰলৈ চোৱা। দেখিবা— এই বিশাল বিশ্বব্ৰহ্মাণ্ড অবিশ্বাস্যধৰণে আদিগন্ত অসীমতাত বিয়পি আছে।

আমি প্ৰত্যক্ষ কৰা পৃথিৱীৰ সমস্ত বস্তু শক্তিৰেই ৰূপ। মহৰ্ষি অৰবিন্দই কোৱাৰ দৰে আমিও মহাজাগতিক শক্তিৰেই অংশ। সেইবাবে আমি যেতিয়া

আত্মা আৰু পদাৰ্থ দুয়োটাই অস্তিত্বৰ অংশ আৰু দুয়োটাই পাৰস্পৰিক আত্মিকতা বা সমন্বয় ৰক্ষা কৰে বুলি চৰ্চা কৰো তেতিয়া আমাৰ এইটোও উপলব্ধি হ'ব যে পাৰ্থিৱ বস্তুৰ আকাংক্ষা কৰা মানেই কোনো ফালৰ পৰা লজ্জাকৰ বা অনাধ্যাত্মিক বুলি অনুভৱ কৰাটো ভুল।

তথাপি আমাক এইটোতেই পতিয়ন নিওৱা হয়। ন্যূনতম বস্তুৰে সাধু-সন্ন্যাসীৰ দৰে জীৱন যাপন কৰা দৃষ্টিভংগী লোৱাটোত একো ভুল নাই। মহাত্মা গান্ধীয়ে তেনে এটি জীৱনকে যাপন কৰিছিল; কিন্তু তোমালোকৰ দৰে তেওঁৰ ক্ষেত্ৰতো এইটো মন-পছন্দৰ কথা হ'ব লাগিছিল। তুমি তেনে এটি জীৱন যাত্ৰাকে অনুসৰণ কৰা, কিয়নো ই তোমাৰ অভ্যন্তৰৰ পৰা উদ্ভুত হোৱা প্ৰয়োজনৰেই সঁহাৰি দিয়ে। সি যি কি নহওক, ত্যাগৰ প্ৰতিমূৰ্ত্তি হোৱা আৰু দুখ-কষ্ট সহিবলৈ তোমাক বাধ্য বা জোৰ-জুলুম কৰা— দুটা সম্পূৰ্ণ বেলেগ কথা। ডেকাসকলৰ লগত সংশ্ৰৱ গঢ়ি তোলাৰ মোৰ যি সংকল্প তাৰ আধাৰো সেইটোৱেই। তেওঁলোকৰ স্বপ্নবোৰৰ বিষয়ে অৱগত হোৱা আৰু তেওঁলোকক এই বিষয়ে সজাগ কৰা যে সুখ-স্বাচ্ছন্দ্য ভৰা এক সুন্দৰ জীৱনৰ স্বপ্ন দেখা আৰু সেই স্বৰ্ণযুগৰ বাবে কাম কৰা যুগুত। তুমি যিহকে নকৰা— অন্তৰৰ পৰা তাৰ আহ্বান আহিব লাগিব— আত্মাৰ অভিব্যক্তি মূৰ্ত হ'ব লাগিব। ইয়াৰ জৰিয়তে তুমি তোমাৰ চৌপাশে প্ৰেম আৰু আনন্দৰ অভিব্যক্তি বিয়পাই দিব পাৰিবা।

মোৰ তেনেকুৱা প্ৰথম বৈঠকখন অনুষ্ঠিত হৈছিল ত্ৰিপুৰাৰ উচ্চ ইংৰাজী বিদ্যালয় এখনত। তাত প্ৰায় পাঁচশ বিদ্যাৰ্থী আৰু শিক্ষক সমবেত হৈছিল। ভাৰতবৰ্ষক এখন পূৰ্ণাংগভাৱে বিকশিত ৰাষ্ট্ৰ হিচাপে নিৰ্মাণৰ মোৰ যি দ্বিতীয় স্বপ্ন তাৰ ওপৰত বক্তব্য আগবঢ়োৱাৰ পিছত প্ৰশ্নৰ জাউৰি আহিল। তাৰে পৰা মই দুটা প্ৰশ্নৰ অৱতাৰণা কৰিব খুজিছো। প্ৰথম প্ৰশ্নটো আছিল ঃ 'আমি ক'ৰ পৰা আদৰ্শ আৰ্হি এটা পামহঁক? আপুনিয়েইবা কিবা এটা আদৰ্শ কেনেকৈ পাব?'

আমি জ্ঞাতসাৰ হওঁ বা নহওঁ, কিন্তু এটা কথা ঠিক যে আশৈশৱ জীৱনৰ বিভিন্ন পৰ্যায় অতিক্ৰমি আহোতে আমি নিজৰ আৰ্হি নিজেই গ্ৰহণ কৰো। মই তেওঁলোকক উদ্দেশি ক'লো, 'তোমালোক যেতিয়া ডাঙৰ হৈ আহিবা, ধৰা পোন্ধৰ বছৰ বয়সলৈকে, তোমালোকৰ শ্ৰেষ্ঠ আৰ্হি হ'ব তোমালোকৰ পিতৃ, তোমালোকৰ মাতৃ আৰু তোমালোকৰ ওস্তাদেউসকল।' মোৰ বোধেৰে সেই বয়সত তেওঁবিলাকেই বেছ সুন্দৰকৈ পথৰ নিৰ্দেশ কৰিব পৰা লোক। তাত উপস্থিত থকা পিতৃ-মাতৃ আৰু শিক্ষকসকলৰ ফালে ঘূৰি মই তেওঁলোকৰ গধুৰ দায়িত্বৰ কথা সোঁৱৰাই দিলো। ব্যক্তিগতভাৱে মই বিশ্বাস কৰো, কেৱল তেনেবোৰ

লোকৰ দ্বাৰাহে মূল্যবোধৰ আধাৰত শিশুৰ সম্পূৰ্ণ বিকাশ সাধিত হ'ব পাৰে। মোৰ নিজৰ ঘৰত মই যেতিয়া ডাঙৰ হৈ আহিছিলো তেতিয়া মই মোৰ পিতৃ-মাতৃক নিতৌ পাঁচবাৰকৈ নামাজ পঢ়া দেখিছিলোঁ আৰু আৰ্থিক অৱস্থা নিতান্ত সাধাৰণ আছিল যদিও সততে কাষৰ-পাজৰৰ দুখীয়া-দৰিদ্ৰক তেওঁলোকে অযাচিতভাৱে সহায়-সাৰথি কৰাও দেখিছিলো। মোৰ শিক্ষাগুৰু শিৱ সুব্ৰমণিয়ম আয়াৰেই ঘৰৰ অভাৱ-অনাটনকো নেওচি মোক বিদ্যালয়লৈ পঠিয়াবলৈ মোৰ দেউতাক পৰামৰ্শ দিছিল। প্ৰত্যেক পিতৃ-মাতৃয়ে সদায় নিজৰ সন্তানক সৎ, বিবেকবান আৰু কঠোৰ পৰিশ্ৰমী লোক হোৱাৰ বাট দেখুৱাবলৈ প্ৰয়াস কৰাটো অত্যন্ত প্ৰয়োজনীয় কথা। শিশুৰ শিক্ষা আৰু জ্ঞানৰ গবাক্ষস্বৰূপ শিক্ষকে শিশুৰ গাত সৃষ্টিশীলতা জগাই তোলাৰ বাবে আদৰ্শ আৰ্হিৰ ভূমিকা পালন কৰিব লাগিব। সঁচা কথা ক'বলৈ হ'লে এই ত্ৰিভুজটোৱেই মই ভবা সঁচা আদৰ্শনীয় আৰ্হি। মই আনকি এইটোও ক'ব পাৰো যে পিতৃ-মাতৃ আৰু শিক্ষকসকলে তৰুণ প্ৰজন্মৰ জীৱনক গঢ় দিয়াৰ বাবে নিষ্ঠা প্ৰদৰ্শন কৰিলে ভাৰতবৰ্ষই এক নতুন সুষম জীৱন লাভ কৰিব পাৰে। এটা মত প্ৰচলিত আছে— পিতৃ-মাতৃ বা অভিভাৱকৰ পিছত থাকে বিদ্যালয় আৰু শিক্ষকৰ পিছফালে থাকে ঘৰখন। শিক্ষা আৰু শিক্ষক-ছাত্ৰৰ সম্বন্ধক ব্যৱসায়িক দৃষ্টিকোণৰ পৰা চালে নহ'ব। জাতিৰ বিকাশৰ প্ৰতিহে দৃষ্টি দিব লাগিব। সমুচিত শিক্ষাই আমাৰ ডেকা প্ৰজন্মৰ মনত মৰ্যাদা আৰু আত্মসন্মানৰ ভাব পোষণ কৰে। এইবোৰ কোনো আইন-কানুনে সৃষ্টি কৰা গুণ-গৰিমা নহয়, নিজৰ ভিতৰতে আমি এইবোৰৰ শ্ৰীবৃদ্ধি ঘটাব লাগিব।

অভিভাৱক, পিতৃ-মাতৃ আৰু শিক্ষকসকলে মোৰ কথা কেনেভাবে ল'লে মই নাজানো; কিন্তু ল'ৰা-ছোৱালীখিনিয়ে মোৰ উত্তৰ শুনি বেছ আহ্লাদিত হৈছিল।

অইন এজনী ছোৱালীয়ে গম্ভীৰ মাতেৰে সুধিলে, 'আমি প্ৰতিদিনে খবৰ কাগজত সন্ত্ৰাসবাদীৰ কথা পঢ়ো অথবা আমাৰ পিতৃ-মাতৃয়ে কোৱা শুনো। এই সন্ত্ৰাসবাদীবোৰনো কোন? আমাৰ দেশৰেই নে?' প্ৰশ্নটো শুনি সঁচাকৈয়ে মই চক খাই উঠিলো। আজি অতদিনে মই নিজেও ইয়াৰ সদুত্তৰ বিচাৰি আছিলো। সিহঁতো আমাৰ নিজৰেই মানুহ। ৰাজনৈতিক আৰু অৰ্থনৈতিক বিচ্ছিন্নতাৰ যোগেদি হয়তো আমিয়েই সিহঁতক জন্ম দিছো। সন্ত্ৰাসবাদৰ জৰিয়তে আমাৰ স্বাভাবিক শান্তিপূৰ্ণ জীৱন-যাত্ৰা বিঘ্নিত কৰাৰ উদ্দেশ্যে শত্ৰুৰাষ্ট্ৰই পৃষ্ঠপোষকতা কৰা তেওঁলোক ধৰ্মোন্মাদো হ'ব পাৰে। এটা সমুচিত উত্তৰৰ সন্ধানত মই চাৰিওফালে দৃষ্টি ঘূৰালো— এবাৰ দৰ্শকৰ ফালে,— মোৰ কাষে-পাজৰে বহি থকা মানুহবোৰলৈ, শিক্ষকবৃন্দলৈ আৰু এবাৰ আকাশলৈ। মই ক'লো,

'অকণিহঁত! মোৰ এই মুহূৰ্তত আমাৰ ৰামায়ণ আৰু মহাভাৰত— এই মহাকাব্য দুখনৰ কথা মনলৈ আহিছে। ৰামায়ণৰ যুদ্ধখন সংঘটিত হৈছিল ভগৱানৰ অৱতাৰ ৰামচন্দ্ৰ আৰু অসুৰ নৃপতি ৰাৱণৰ মাজত। বহুদিন ধৰি চলা যুদ্ধখনত ৰামচন্দ্ৰ জিকিছিল। মহাভাৰত বৰ্ণিত যুদ্ধখন হৈছিল কুৰুক্ষেত্ৰত। ধৰ্ম আৰু অধৰ্মৰ মাজৰ এই যুঁজখনতো ধৰ্মৰেই জয় হৈছিল। পৃথিৱীত অসংখ্য যুঁজ-বাগৰ সংঘটিত হৈছে— শেষত বিজয় হৈছে শান্তিৰেই। আজিও আমি ধৰ্ম আৰু অধৰ্মৰ যুঁজকেই প্ৰত্যক্ষ কৰিছোহঁক। দ্বিতীয় বিশ্বযুদ্ধৰ কথাকে উনুকিয়াব পাৰি। মোৰ ধাৰণা— ধৰ্ম আৰু অধৰ্ম (ভাল-বেয়া) দুয়োটাই কাষাকাষিকৈ বৰ্তি থাকিব। সৰ্বশক্তিমান ঈশ্বৰে দুয়োটাকে এক বিশেষ পৰ্যায়লৈকে বৰ্তাই ৰাখিব। কিন্তু নিজৰ আধ্যাত্মিক বিকাশৰ জৰিয়তে আমি অধৰ্মক কেনেকৈ হ্ৰাস কৰিব পাৰো— সমগ্ৰ মানৱ ইতিহাসৰ পৰিক্ৰমাত এই ঘাই প্ৰশ্নটোৱেই দৃঢ়ভাৱে বৰ্তি আছে।

অইন এটা উপলক্ষৰ কথা। তামিলনাডুৰ দিণ্ডিগুলৰ ছেইণ্ট্ মেৰীজ স্কুলৰ পঁসত্তৰ বছৰীয়া জয়ন্তী উৎসৱ উপলক্ষে গোট খোৱা এক বৃহৎ সংখ্যক ছাত্ৰ-ছাত্ৰীৰ মাজত মই এদিন বক্তৃতা দিছিলো। মোক লগ পাব খোজা অগণন বিদ্যাৰ্থীৰ মাজৰ পৰা দুজনে সতকাই মোৰ পৰা উত্তৰ পোৱাৰ বাবে ততাতৈয়া লগাইছিল। এজন বিদ্যাৰ্থীয়ে মোক সুধিলে— 'মই আপোনাৰ *Agni Siragugal* (Wings of Fire-খনৰ তামিল সংস্কৰণ) বোলা গ্ৰন্থখন পঢ়িছোঁ। আপুনি সদায় স্বপ্ন দেখাৰ উপদেশকে দি আহিছে। কিয় স্বপ্ন দেখিব লাগে কওকচোন!'

মোৰ উত্তৰত তাত গোট খোৱা ল'ৰা-ছোৱালীবোৰক এইদৰে আবৃত্তি কৰিবলৈ ক'লো ঃ "Dream, dream, dream. Dream transforms into thoughts. Thoughts result in actions." (স্বপ্ন, স্বপ্ন আৰু স্বপ্ন! স্বপ্ন ধাৰণালৈ ৰূপান্তৰিত হয় আৰু চিন্তা বা ধাৰণাই কাৰ্য বা কৰ্মৰ জন্ম দিয়ে)। মই তেওঁলোকক ক'লো, 'বন্ধুসকল! স্বপ্ন নাথাকিলে বিপ্লৱী চিন্তাধাৰাৰো জন্ম নহয়। আৰু চিন্তাধাৰা নহ'লে কোনো কৰ্মও উদ্ভূত নহয়। সেইবাবে, শিক্ষক আৰু অভিভাৱকসকলে তেওঁলোকৰ সন্তানসকলক সপোন দেখিবলৈ দিব লাগে। স্বপ্নইহে সাফল্য আনে— অৱশ্যে কেতিয়াবা কোনো কোনো প্ৰচেষ্টাত অন্তৰায় বা বিজুতি আৰু বিলম্ব আহিব পাৰে।'

অইন এজন ল'ৰাই সুধিলে ঃ 'অনুগ্ৰহ কৰি কওকচোন, কোনজন পৃথিৱীৰ প্ৰথম বৈজ্ঞানিক হৈ থাকিব?' প্ৰশ্নটো শুনি মোৰ ধাৰণা হ'ল— জিজ্ঞাসা বা অনুসন্ধিৎসাৰ যোগেদিয়েই বিজ্ঞান জন্মিছে আৰু তাৰ ওপৰতে ই বৰ্তিও আছে। বিজ্ঞানৰ বুনিয়াদ বা ভেটিটোৱেই প্ৰশ্নৰ ওপৰত নিৰ্মিত। অভিভাৱক,

পিতৃ-মাতৃ আৰু শিক্ষকসকলেও এই কথাটো জানে যে শিশুসকল হ'ল অন্তহীন প্ৰশ্নৰ উৎস। গতিকে 'শিশুৱেই হ'ল প্ৰথম বিজ্ঞানী'— মই এইবুলি উত্তৰ দিলো। কাণতাল মাৰি ধৰা হাতচাপৰি মাৰি আটায়ে উচ্চ প্ৰশংসা-ধ্বনি কৰিলে। ল'ৰা-ছোৱালীবিলাকে এনে ব্যতিক্ৰমী চিন্তা-ভাৱনা বাৰুকৈ উপভোগ কৰি আহ্লাদিত হ'ল। শিক্ষক আৰু পিতৃ-মাতৃবিলাকেও মোৰ উত্তৰ শুনি অন্তৰ উজলোৱা হাঁহি মাৰিলে।

অসম ভ্ৰমণত যাওঁতে মই তেজপুৰলৈ গৈছিলো। মই তালৈ গৈছিলো তেজপুৰ বিশ্ববিদ্যালয়ৰ দীক্ষান্ত সমাৰোহত ভাগ ল'বলৈ আৰু সন্মানপ্ৰদত্ত ডক্টৰেট উপাধি গ্ৰহণ কৰিবলৈ। দীক্ষান্ত সমাৰোহৰ শেষত মই বিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীসকলক লগ কৰিবলৈ ওলালো। ডেকা ডেকা মানুহৰ এটা ডাঙৰ সমাবেশ হৈছিল। মোৰ ভাষণৰ মূল বিষয় আছিল—'অদম্য আত্মা'। মোৰ বক্তৃতা শেষ কৰাৰ প্ৰায় লগে লগেই অসংখ্য ল'ৰা-ছোৱালীয়ে মোৰ 'অটোগ্ৰাফ' লোৱাৰ বাবে মোক আগুৰি ধৰি হেতা-ওপৰা লগালে। অটোগ্ৰাফ দি অটোৱাৰ পিছত মই দুটা আমোদজনক প্ৰশ্নৰ সন্মুখীন হ'লো। এটা হ'ল ঃ 'ওৰেওটি কাল বানপানীৰ সৃষ্টি কৰি অহা ব্ৰহ্মপুত্ৰৰ পানীবোৰ পানীৰ আকালত জীয়াতু ভোগা ৰাজস্থান অথবা তামিলনাডুলৈ বোৱাই নিব নোৱাৰি নে?'

একমাত্ৰ শিশুৰ অন্তৰতে এনে উদ্ভাৱনী চিন্তাৰ উদ্ৰেক হ'ব পাৰে। বয়স্কবিলাকৰ গাত কেৱল অসম্ভৱ দেখাৰ প্ৰৱণতাহে দেখা যায়। প্ৰশ্নটো ইমানেই দুৰূহ আছিল যে মই অবাক হৈ গ'লো। মই এইটো খাটাংকৈ ক'ব পাৰো— আমাৰ প্ৰধানমন্ত্ৰীজনেও আনকি এনে এটি দুৰূহ প্ৰশ্নৰ উত্তৰ দিব নোৱাৰিব। নদীবোৰ যে ৰাজ্যবিশেষৰ আভ্যন্তৰীণ বিষয় আৰু আমাৰ ৰাজ্যসমূহ যে পানীৰ অধিকাৰ লৈ অন্তৰ্কলহত প্ৰবৃত্ত হৈছে— সেই কথাটো মই এই ল'ৰাজনক কিদৰে বুজাওঁ! নদীৰ পানীয়ে কাহানিবা হয়তো তেওঁলোকলৈ সমৃদ্ধি আনিব পাৰে— কিন্তু বৰ্তমানে সেই পানী অহৰ্নিশে সাগৰত পৰি থাকি অপচয় হৈ আছে আৰু প্ৰতি বছৰে ই বানপানীৰ সৃষ্টি কৰি আহিছে! ইয়াৰ উত্তৰ কেনেকৈ দিয়া যায়?

মই ক'লো ঃ 'ইণ্ডিয়া ভিজন, ২০২০' খনত যুৱ শক্তিৰ পৰা এইটো প্ৰত্যাশা কৰা হৈছে যে তেওঁলোকে ৰাজ্যসমূহৰ মাজেদি খান্দি নি নদীবিলাকক সংযুক্ত কৰাৰ মহান অভিযান আৰম্ভ কৰক।' দেশৰ যুৱ সম্প্ৰদায়টো প্ৰচণ্ড মানসিক শক্তিৰ অধিকাৰী বুলি মোৰ এটা নিজস্ব ধাৰণা আছে। তেওঁবিলাকে ৰাজ্য চৰকাৰসমূহৰ আমোলাতান্ত্ৰিক নেতিবাচকতা আৰু স্বাৰ্থান্ধ নীতিবোৰ আঁতৰাই দেশৰ মানুহৰ উন্নতি সাধিব পাৰে। তেওঁলোকে আনকি কেন্দ্ৰ আৰু ৰাজ্যৰ সমন্বয় আৰু সহযোগিতাৰো বিকাশ সাধন কৰিব পাৰে। তেওঁলোক

নিশ্চয় এদিন সফলকাম হ'ব!

আন এজন ছাত্রই সোধা এটা প্রশ্নৰো সতকাই দিব পৰা উত্তৰ মই বিচাৰি পোৱা নাছিলো। তেওঁ সুধিছিল ঃ 'মহাশয়! বিভিন্ন ক্ষেত্রত ডাঙৰ ডাঙৰ নেতৃস্থানীয় লোকবোৰ আমাৰ ওচৰলৈ আহি কথা নাপাতে। আমি দেখিছো— আমাৰ প্রধানমন্ত্রীগৰাকীয়ে প্রায়েই চেন্নাই, লক্ষ্ণৌ আৰু বহু ঠাইলৈ গৈ থাকে। তেওঁ কিন্তু আমাৰ ইয়ালৈ এবাৰো নাহে। তেওঁ আহিব লাগে। আমি তেওঁৰ লগত কথা পাতিব খোজোঁ।' তেওঁলোকৰ অন্তৰত দেশৰ নেতাবিলাকৰ সৈতে আলাপ কৰাৰ স্পৃহা দেখি মই প্রভাৱিত হ'লো। মই ক'লো, 'দিল্লীলৈ গৈ মই তোমালোকৰ স্বপ্নৰ কথা নেতাবিলাকক ক'মগৈ। সন্দেহ নাই, তোমালোকৰ সপোন এদিন নিশ্চয় ফলিয়াব।'

পৰৱৰ্তী সময়ত এই কথাটো মই প্রধানমন্ত্রীক কৈছিলো। তেওঁ মোৰ কথাত সহমতি জনাই কৈছিল, 'আজি-কালি ল'ৰা-ছোৱালীবিলাকে মোৰ লগত কথা পাতিব নোৱাৰে। নিৰাপত্তাৰ কঠোৰতাই হয়তো আমাৰ মাজত এখন দেৱালৰ সৃষ্টি কৰিছে।' বিভিন্ন ক্ষেত্রৰ নেতাবিলাকক মই অনুৰোধ কৰো— তেওঁলোকে আমাৰ দেশৰ শিশুহঁতৰ সৈতে ব্যাপক সম্পর্ক বা ভাবৰ আদান-প্রদান গঢ়ি তুলিব লাগে যাতে সিহঁতৰ মনত জীৱনৰ মহৎ উদ্দেশ্য সম্পর্কে সুস্থ বোধৰ উদয় হয়। এনে উপায়ে তেওঁলোকে শিশুহঁতৰ বাবে এক সুন্দৰ আৰু সংহত ভৱিষ্যতৰ ভেটি নির্মাণ কৰিব পাৰে!

নকৈ গঠিত হোৱা ঝাৰখণ্ডলৈ মই বহুবাৰ গৈছো। যিমানবাৰ তালৈ গৈছো তাৰ বিপুল সম্পদ দেখি মই তবধ মানিছো। এতিয়াও সেই বিপুল সম্পদৰাজি অব্যৱহৃত হৈ আছে— ইয়াৰ প্রয়োগ হ'লে দেশখনৰ সম্পদ বহুগুণে বৃদ্ধি পাব। বোকাৰুৰ শ্রীৰামকৃষ্ণ উচ্চ ইংৰাজী বিদ্যালয়ত মই প্রায় তিনি হাজাৰ ছাত্র-ছাত্রীৰ উপস্থিতিত বক্তৃতা দিছিলো। তাত সেই ছাত্র-ছাত্রীবোৰৰ নিজৰ নিজৰ পেইণ্টিং, পুতলা আৰু আন আন বস্তুৰ এখন প্রদর্শনী চাই তাহাঁতৰ সৃষ্টিশীল প্রতিভা দেখাৰ সুবিধা পাইছিলো। সিহঁতৰ লগত কথা-বতৰা পাতি থাকোতে এজন ছাত্রই মোক সুধিলে, 'ঝাৰখণ্ড দেশখনৰ চাৰিওফালে প্রকৃতিৰ চিৰসেউজ পৰিৱেশ বিৰাজ কৰি আছে। ঘন অৰণ্য, জান-জুৰি আৰু পাহাৰ-পর্বতে দেশখন ঘেৰি আছে। কিন্তু ৰাজস্থানত মৰুভূমিৰ সৃষ্টি হৈছে কিয়?'

প্রশ্নটো শুনিয়েই মোৰ অসমৰ কথা মনত পৰি গ'ল য'ত এনেকুৱা এটা প্রশ্নৰে অৱতাৰণা হৈছিল। 'ব্রহ্মপুত্র নদীখনৰ পানীবোৰ তামিলনাডু আৰু ৰাজস্থানলৈ বোৱাই নিব নোৱাৰি কিয়?' মই উত্তৰ দিলো, 'তোমালোকে জানা যে বিশ বছৰ অগতে ৰাজস্থানত ইমান বেছি খেতি-বাতি নেদেখিলাহেঁতেন! কিন্তু ইন্দিৰা গান্ধী খাল নির্মাণৰ পিছৰে পৰা বহু ঠাইত খেতি-বাতি কৰা

সম্ভৱপৰ হৈছে। মানুহে মৰুভূমি এখনক উৰ্বৰ ভূমিলৈ ৰূপান্তৰিত কৰিব পাৰে।' ছাত্ৰ-ছাত্ৰীবোৰক মই অসমত কৈ অহা কথাবোৰকে দোহাৰিলো। 'নদীসমূহক সংযোগ কৰি পানীৰ অভাৱ থকা দেশবোৰক পানী যোগান ধৰা অভিযানটোৱেই বৰ্তমানে ভাৰতবৰ্ষৰ মূল লক্ষ্য হ'ব লাগিব। এই কৰ্মৰ বাবে দূৰদৃষ্টিৰ প্ৰয়োজন। তোমালোক ডাঙৰ হ'লে হয়তো আমাৰ ৰাষ্ট্ৰৰ পুনৰ্নিৰ্মাণকাৰ্য আৰু এই চিন্তাক সাকাৰ ৰূপ দিয়াত অংশীদাৰ হ'ব পাৰিবাহঁক।'

এটি শিশু বৰ গম্ভীৰ মুখে মোৰ ওচৰলৈ আহি মোক সুধিলে, 'মহাশয়, আপোনাৰ অগ্নি নামৰ ক্ষেপণাস্ত্ৰটো সাতসমুদ্ৰ পাৰ হৈ আমেৰিকা পাবগৈ পাৰিবনে?'

প্ৰশ্নটোৰ কথা ভাবি প্ৰথমতে অলপ থতমত খালো। 'আমাৰ বাবে কোনো দেশ শত্ৰু নহয় যে অগ্নিক তালৈ পঠিয়াব লাগিব। বিশেষকৈ আমেৰিকা আমাৰ বন্ধু ৰাষ্ট্ৰ। অগ্নি আমাৰ শক্তিৰ প্ৰতীক। ভাৰতৰ যে সকলো ক্ষমতা আছে তাকেহে ই প্ৰদৰ্শিত কৰে ।'

কটক ভ্ৰমণলৈ যাওঁতে মই স্বৰ্গীয় ন্যায়াধীশ হৰিহৰ মহাপাত্ৰৰ জন্মদিনৰ উৎসৱত উপস্থিত আছিলো। ন্যায়াধীশ ৰংগনাথ মিশ্ৰৰ আমন্ত্ৰণক্ৰমে মই সেই উৎসৱলৈ গৈছিলো। মই তালৈ যাওঁতে কেনেকৈ ৰাষ্ট্ৰৰ প্ৰথম স্বপ্ন— স্বাধীনতা সংগ্ৰামে হৰিহৰ মহাপাত্ৰক এগৰাকী মহান পুৰুষ বনাইছিল সেই কথাটো মোৰ চকুৰ আগত প্ৰতিভাত হ'ল। সেই মহান আত্মা বিৰানব্বৈ বছৰ বয়সলৈ জীয়াই আছিল আৰু তেওঁ কটক চক্ষু চিকিৎসালয়, উৎকল বিশ্ববিদ্যালয় প্ৰতিষ্ঠা কৰাৰ উপৰিও দেশৰ দৰিদ্ৰতা নিৰ্মূলিকৰণৰ বাবে বহুমুখী প্ৰচেষ্টা হাতত লৈছিল। উৰিয়া ভাষাত লিখা মোৰ জীৱনী এখন উন্মোচিত হ'ল। মোৰ বক্তৃতাৰ শেষত আমাৰ চাৰিওফালে বৈ থকা ডেকাবোৰে মোক বহুত প্ৰশ্ন কৰিছিল।

প্ৰথম প্ৰশ্নটো আছিল এনেকুৱা ঃ 'ছাৰ, আপোনাৰ প্ৰিয় গ্ৰন্থকেইখনৰ নাম কওক— যি কেইখনে আপোনাৰ মনক এক সংহত ৰূপ দিব পাৰিছে!'

মই ক'লো, 'মোৰ জীৱনত অন্তৰেৰে ভাল পোৱা চাৰিখন গ্ৰন্থ আছে। সেইকিখন পঢ়ি মই অনাবিল আনন্দ লাভ কৰোঁ। প্ৰথমখন নবেল বঁটাপ্ৰাপক আৰু ডাক্তৰৰ পৰা দাৰ্শনিক হোৱা ড° এলেক্সি কেৰেল প্ৰণীত *Man the Unknown* (অনু.— অজ্ঞাত ব্যক্তিজন) নামৰ কিতাপখন। কিতাপখনে এইটোকে আলোকপাত কৰিছে যে শৰীৰ আৰু মন ইহঁত দুটা অংগাঙ্গী, গতিকে শৰীৰৰ যি কোনো বেমাৰ-আজাৰত দুয়োটাৰে একেলগে চিকিৎসা কৰিব লাগে। এটাৰ চিকিৎসা লৈ আনটোক উপেক্ষা কৰিব নোৱাৰি। বিশেষকৈ যিবোৰ শিশুৱে ভৱিষ্যতে চিকিৎসক হ'ব খোজে, তেওঁলোকে এইখন কিতাপ পঢ়িবই লাগে। এইখন পঢ়ি তেওঁলোকে বুজিব পাৰিব যে মানৱ দেহাটো এক যান্ত্ৰিক প্ৰণালী

নহয়; বৰং এক জটিল অৰু সংবেদী প্ৰতিক্ৰিয়া প্ৰণালীৰে যুক্ত চেতন অবয়ব বা তন্ত্ৰ। মোৰ অন্তৰত অগাধ শ্ৰদ্ধা থকা দ্বিতীয়খন গ্ৰন্থ হ'ল টিৰুবল্লুবৰ ৰচিত 'টিৰুকুৰল'। এইখন জীৱনত পালন কৰিবলগীয়া নীতি-নিয়মৰ উৎকৃষ্ট সংহিতা। তৃতীয়খন হ'ল লিলিয়ন আইচ্‌লাৰ ৰাট্‌ছন প্ৰণীত 'লাইট্‌ছ ফ্ৰম মেনী লেম্প্‌ছ'— এইখন গ্ৰন্থই মোক গভীৰভাৱে প্ৰভাৱিত কৰিছে। আমি কেনেকৈ জীৱন যাপন কৰিব লাগে সেই সম্পৰ্কে গ্ৰন্থখনে আলোকপাত কৰিছে। বিগত পঞ্চাশ বছৰ ধৰি এই অমূল্য গ্ৰন্থখনে মোক মাৰ্গদৰ্শন কৰাই আছে। আৰু পৱিত্ৰ 'কোৰ্‌আন্'খনতো মোৰ প্ৰতিটো মুহূৰ্তৰ সংগী।

এবাৰ গুজৰাটৰ আনন্দতবিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীবোৰক সম্বোধি বক্তৃতা দিওঁতে এজন বেছ সপ্ৰতিভ ল'ৰাই এটা বেছ বুদ্ধিদীপ্ত প্ৰশ্ন সুধি দিলে ঃ 'আমাৰ শত্ৰু কোন?' প্ৰশ্নটো মই ভাল পাইছিলো আৰু আন ছাত্ৰ-ছাত্ৰীক সেই প্ৰশ্নটো কৰি তেওঁলোকৰ মতামত দিবলৈ উৎসাহিত কৰিলো। অলপ পিছতে এটা উত্তৰ আহিল— 'দৰিদ্ৰতা। দৰিদ্ৰতাই আমাৰ ঘাই শত্ৰু।' এই কণমানি শিশুটিয়ে কি জ্ঞানগভী প্ৰত্যুত্তৰ দিলে! এই শিশুটোৰ কথাকে মই এই গ্ৰন্থখনৰ উৎসৰ্গত উল্লেখ কৰি আহিছোঁ।

মই ইয়াতে উল্লেখ কৰিবলৈ ওলোৱা শেষ প্ৰশ্নটো অইন এটি শিশুৰ উৰ্বৰ মস্তিষ্কৰ পৰা উদ্ভূত হোৱা প্ৰশ্ন। তেওঁ সুধিছিল, 'ছাৰ, পাকিস্তানৰ অস্ত্ৰ-শস্ত্ৰবোৰ ভাৰতবৰ্ষৰ বোৰতকৈ বেছি মজবুত নেকি?' মই শিশুটোক সুধিলো— তেওঁৰ মনত সেই সন্দেহৰ উদ্ৰেক হ'ল কিয়? তেওঁ কৈছিল— খবৰ কাগজৰ মাধ্যমত প্ৰকাশিত প্ৰতিবেদনবোৰ পঢ়িয়েই তেওঁৰ মনত সেই ধৰণৰ প্ৰতিক্ৰিয়া হৈছে।

আমাৰ নিজৰ ক্ষমতাক নিচেই সামান্য বা গৌণ হিচাপে চোৱা বা ভবাটো আমাৰ দেশৰ এক অনন্য বৈশিষ্ট্য। এইটো বংশানুক্ৰমিক কথাও হ'ব পাৰে! মই কৈছিলো— 'আমাৰ দেশে যি কোনো প্ৰকাৰৰ ক্ষেপণাস্ত্ৰ আৰু যি কোনো পৰমাণু অস্ত্ৰৰ নিৰ্মাণ আৰু বিকাশ সাধন কৰিব পাৰে। সমগ্ৰ পৃথিৱীৰ ভিতৰত একমাত্ৰ চাৰিখন [illegible]হে এই সামৰ্থ্য আছে। তোমাৰ মনৰ পৰা সকলো সন্দেহ দূৰ কৰা।' শিশুটোক এইদৰে কওঁতে তেওঁৰ চকুৱে-মুখে সন্তুষ্টিৰ ভাব দেখা গৈছিল।

এই পৰ্যন্ত চল্লিশ হাজাৰ পঢ়াশলীয়া ছাত্ৰক লগ পাওঁতে মোক সোধা হাজাৰটা প্ৰশ্নৰ ভিতৰত মই ইয়াত মাত্ৰ এঘাৰটা নিৰ্বাচিত প্ৰশ্নৰহে অৱতাৰণা কৰিলো। প্ৰশ্নবোৰে শিশুমনৰ সৰলতাকে প্ৰতিফলিত কৰে যদিও আটাইতকৈ বেছি স্পষ্টকৈ প্ৰতিভাত হোৱা কথাটো হ'ল তেওঁলোক আটায়ে এখন মজবুত আৰু ঐশ্বৰ্যশালী ৰাষ্ট্ৰৰ বাসিন্দা হোৱাৰ কামনা কৰে। ল'ৰা-ছোৱালীবিলাকৰ মাজত হোৱা এই বৈঠকবোৰত উপস্থিত থাকি তেওঁলোকৰ বাবে বিজ্ঞান, উদ্যোগ,

ক্রীড়া, আমোদ-প্রমোদ আৰু অইন কিছুমান ক্ষেত্ৰত আদৰ্শ আৰ্হিৰ গুৰুত্ব কিমান অপৰিসীম সেই কথাটো মোৰ বাৰুকৈয়ে উপলব্ধি হৈছে। এতিয়া প্রশ্নটো হ'ল : 'আমি আমাৰ শিশুসকলক আদৰ্শ আৰ্হি দিব পাৰিমনে? আৰু কেনেকৈ দিম?'

নতুন সহস্ৰাব্দৰ দোকমোকালিতে এইবুলি এটা সংবাদ আহিল যে মানৱ প্ৰজাতিৰ 'জিন'ৰ নক্সাৰ সংকেতোদ্ধাৰ সম্ভৱ হ'ল। এইটোও জনোৱা হ'ল যে বৰ্তমান মানুহে দেহত যি ত্ৰিশ হাজাৰ 'জিন' কঢ়িয়াই লৈ ফুৰিছে সি হাজাৰ হাজাৰ বছৰ আগৰ প্ৰস্তৰ যুগৰ আমাৰ পূৰ্বপুৰুষসকলৰ জিনৰ সৈতে একে। বাচি থকাৰ বাবে প্ৰয়োজনীয় আন আন চাৰিত্ৰিক গুণ বা বৈশিষ্ট্যৰ উপৰি যিটো গুণ মানুহে তেওঁলোকৰ পৰা লাভ কৰিছে সেইটো হ'ল সাধন ক্ষমতা বা সফলতাৰ বাবে মনৰ আকাংক্ষা।

এইটো আমাক প্ৰকৃতিয়ে দিয়া প্ৰবৃত্তি বুলি কোৱা হয়। কাৰণ প্ৰজননৰ আৱশ্যকতা, খাদ্যৰ প্ৰয়োজনীয়তা, পিয়াহ নিবৃত্তিৰ প্ৰয়োজনীয়তা আৰু শ্বাস-প্ৰশ্বাসৰ প্ৰয়োজনীয়তাৰ লেখীয়াকৈ সিদ্ধি লাভৰ প্ৰয়োজনীয়তাও বহু বেছি গুৰুত্বপূৰ্ণ। ইয়াক ভাগ্যদ্দশাত এৰি থ'ব নোৱাৰি। ঐতিহাসিকভাৱে এইটো সত্য যে সিদ্ধিলাভৰ আকাংক্ষা বহু বিৱৰ্তনৰ পিছত উদ্ভূত হোৱা নিঃসন্দেহে এক শক্তিশালী আকাংক্ষা। আমি এইটো পাহৰিব খুজিলেও ইয়েই আমাৰ অধিকাংশ অনুভৱ বা অভিজ্ঞতাৰ বুনিয়াদ। আটাইতকৈ ডাঙৰ কথাটো হ'ল— ইয়াৰ অবিহনে আমাৰ শিক্ষা আৰু ঋদ্ধি কেনেকৈ সম্ভৱ হ'ব? আমি আৰু বেছি উৎকৰ্ষতাৰ পিনে কেনেকৈ উধাম?

বিগত তিনি দশক ধৰি মই ড° বিক্ৰম সাৰাভাইৰ অন্তৰ্দৃষ্টি কিদৰে নিৰন্তৰ আৰু সমন্বিত উপলব্ধিত প্ৰস্ফুটিত হৈছে সেয়া প্ৰত্যক্ষ কৰিছো। এনে উপলব্ধি অথবা আন যি কোনো প্ৰকাৰৰ প্ৰয়াসত উৎকৰ্ষতাৰ সীমা চেৰাই যোৱাৰ এই আকাংক্ষাই অহৰহ ক্ৰিয়া কৰি থাকে। আমি যেতিয়া প্ৰয়াস কৰো আৰু উৎকৰ্ষ লাভ কৰিবলৈ সক্ষম হওঁ তেতিয়া আদৰ্শ আৰ্হিয়ে পথ নিৰ্দেশকৰ ভূমিকা পালন কৰে। বিক্ৰম সাৰাভাইৰ ইমানেই শক্তি আছিল যে মানুহে তেওঁৰ অন্তৰ্দৃষ্টি গ্ৰহণ কৰি তেওঁৰ অবৰ্তমানতো তেওঁৰ স্বপ্ন পূৰা কৰি দেখুৱাইছে। তোমালোকে ভাল পোৱা যি কোনো এজন ক্ৰীড়ানুৰাগী, এজন শিক্ষাগুৰু, এজন সফল উদ্যোগী লোক তোমালোকৰ বাবে আদৰ্শ হ'ব পাৰে।

সৌ সিদিনাখন জীৱনকালতে কিংবদন্তিস্বৰূপ হোৱা এক মহান ব্যক্তিৰ লগ পোৱাৰ মোৰ সৌভাগ্য হৈছিল যি নিজেই নিজৰ আদৰ্শ। কোকিলকণ্ঠী লতা মংগেশকাৰে নিজ পিতৃ গুৰু দীননাথ মংগেশকাৰৰ সোঁৱৰণত পতা এটি অনুষ্ঠানত পৌৰোহিত্য কৰিছিল। লতা মংগেশকাৰে ভাৰতৰত্ন লাভ কৰিছে।

তেখেতে মোক পুনাত চাৰিশ পঞ্চাশখন বিছনাযুক্ত দীননাথ হাস্পতাল আৰু গৱেষণা প্ৰতিষ্ঠানটোৰ শুভ উদ্বোধন কৰিবলৈ আমন্ত্ৰণ জনোৱাত মই গৰ্ব অনুভৱ কৰিছিলো। উদ্বোধনৰ ঠিক আগে আগে মই হাস্পতালখন পৰিদৰ্শন কৰি আহিলো। মই গম পালো যে ইয়ালৈ অহা শতকৰা প্ৰায় ত্ৰিশভাগ ৰোগীক বিনামূলীয়াকৈ চিকিৎসা সেৱা আগবঢ়োৱা হ'ব। মোক বিশেষভাৱে প্ৰভাৱিত কৰা কথাটো হ'ল— যশ-খিয়াতি আৰু ঐশ্বৰ্য-বৈভৱ থকা সত্ত্বেও তেওঁ এই কথাটো পাহৰি যোৱা নাই যে আনৰ দুখ-দুৰ্গতিৰ লাঘৱ কৰাৰ বাবে মানুহে পাৰ্যমানে সহায়ৰ হাত আগবঢ়াব লাগে।

যোৱা কেইবা দশক জুৰি ৰেডিঅ' যোগে সম্প্ৰচাৰিত তেখেতৰ গানসমূহে অগণন শ্ৰোতাক বিমল আনন্দ দি আহিছে। ১৯৬২ চনৰ ভাৰত-চীন সংঘৰ্ষৰ সময়ত তেখেতৰ কণ্ঠৰ— 'য়ে মেৰে ৱতন্ কে লোগো' গীতটিয়ে সমগ্ৰ ৰাষ্ট্ৰৰ আত্মাক অভিভূত কৰিছিল। খুব কম সংখ্যক লোককেহে এইদৰে অগণন লোকৰ অন্তৰ পৰশিব পাৰে।

আদৰ্শ আৰ্হিয়ে আমাক এক ব্যক্তি হিচাপে, সমূহ অথবা এক ৰাষ্ট্ৰ হিচাপে ভুল-শুদ্ধৰ নিদৰ্শ দেখুৱাত সহায় কৰিব পাৰে। ই আমাক বৃহৎ সাফল্যৰ পিনে লৈ যাব পাৰে। এনেকুৱা লাগে যেন সূচনা প্ৰযুক্তিবিদ্যাত আমি কেইজনমান লোকৰ সফলতা দেখিয়েই উটি-ভাঁহি গ'লো। কিন্তু আচলতে আমি যি কৰিব পাৰো নতুবা আমি যিমানখিনি সিদ্ধি লাভ কৰিব লাগে তাৰ তুলনাত সি তেনেই নগণ্য। প্ৰাচীন ভাৰতবৰ্ষখন জ্ঞানেৰে পৰিপূৰ্ণ সমাজ আছিল আৰু বিশেষকৈ অংকশাস্ত্ৰ, আয়ুৰ্বিজ্ঞান আৰু জ্যোতিৰ্বিজ্ঞানৰ দৰে অজস্ৰ বৌদ্ধিক অনুসন্ধিৎসাৰ ক্ষেত্ৰত সমগ্ৰ বিশ্বক নেতৃত্ব দিব পৰা স্থানত আছিল। উচ্চ প্ৰযুক্তিবিদ্যাৰ ক্ষেত্ৰত কেৱল সস্তীয়া শ্ৰম উপলব্ধ কৰোৱাতকৈ দেশখনে আকৌ এবাৰ জ্ঞানৰ বৃহৎ শক্তিৰূপে আত্মপ্ৰকাশ কৰাৰ বাবে এক ৰেনেছাঁ বা নতুন জাগৰণৰ সূচনা হোৱাটোহে অত্যন্ত জৰুৰী।

**সাৰাংশ ঃ**

যুৱ প্ৰজন্মই ৰাষ্ট্ৰ এখনৰ মূল সম্পদ। সিহঁত ডাঙৰ হৈ গৈ থাকোতে সিহঁতৰ আদৰ্শৰ আৰ্হি কোন হ'ব পাৰে? পিতৃ, মাতৃ আৰু প্ৰাথমিক বিদ্যালয়ৰ শিক্ষকসকলে আদৰ্শ আৰ্হি হিচাপে গুৰুত্বপূৰ্ণ ভূমিকা লয়। শিশুসকল ডাঙৰ হৈ গৈ থাকিলে ৰাজনীতি, বিজ্ঞান, প্ৰযুক্তিবিদ্যা আৰু উদ্যোগ আদি প্ৰতিটো ক্ষেত্ৰৰ গুণ-গৰিমা আৰু ন্যায়নিষ্ঠা থকা ৰাষ্ট্ৰীয় পৰ্যায়ৰ নেতাসকল সিহঁতৰ আদৰ্শ আৰ্হি হ'ব।

## তৃতীয় অধ্যায়

# স্বপ্নদৰ্শী শিক্ষক আৰু বিজ্ঞানী

'তুমি যি কামকে কৰিব পাৰা বা যি স্বপ্ন দেখিব পাৰা, তাকে আৰম্ভ কৰা। নিৰ্ভীকতাৰ মাজতে নিহিত থাকে প্ৰতিভা, শক্তি আৰু যাদু। এতিয়াই আৰম্ভ কৰা।'

— গ্যেটে

স্বপ্নক বাস্তৱত ৰূপ দিয়াৰ প্ৰয়াসত দেশৰ মহান মনীষীসকলে অন্য মানুহকো জড়িত কৰি ল'ব পৰা ক্ষমতা আছিল। তেওঁলোকে সততে নিজতকৈ দেশক ডাঙৰ জ্ঞান কৰিছিল। নিজৰ স্বপ্নক সফল কৰাৰ কামত তেওঁলোকে হেজাৰ হেজাৰ মানুহক নিয়োজিত কৰিব পাৰিলেহেঁতেন।

মই ২০০০ চনৰ ডিচেম্বৰ মাহত অধ্যাপক ৰত্ন টি. টৌতাদ্ৰী আয়েংগাৰদেৱৰ জন্ম শতবাৰ্ষিকী উৎসৱত ভাগ লৈছিলো। ১৯৫৪ চনত মই তিৰুচিৰাপল্লীত অৱস্থিত ছেন্ট জোছেফ্‌ছ মহাবিদ্যালয়ৰ পৰা বিজ্ঞানৰ স্নাতক হৈ ওলাইছিলো। এজন ডেকা ছাত্ৰ হিচাপে মই তেতিয়া দৈৱপুৰুষৰ দৰে সুদৰ্শন আৰু অদ্বিতীয় ব্যক্তিত্বৰ গৰাকী অধ্যাপক টি টৌতাদ্ৰী আয়েংগাৰক নিতৌ ৰাতিপুৱা মহাবিদ্যালয়খনৰ চৌহদত খোজ কাঢ়ি ফুৰা আৰু বি এছ চি (অনাৰ্ছ) আৰু এম এছ চিৰ ছাত্ৰক একান্তমনে অংক শিকাই থকা দেখিছিলো। বিদ্যাৰ্থীবিলাকে এজন গুৰুৰ লেখীয়াকৈ তেওঁলৈ ভয়ৰ ভাবেৰে চাই আছিল। সঁচাই তেওঁ এজন গুৰুৱেই আছিল। খোজ কাঢ়ি গ'লে তেওঁৰ চাৰিওফালে এক জ্ঞানৰ আলোক বিচ্ছুৰিত হৈছিল। সেই সময়ত 'কেলকুলাছ' শ্ৰীনিবাসন মোৰ গণিত শাস্ত্ৰৰ অধ্যাপক আছিল। তেওঁ যথেষ্ট সমীহ কৰিয়েই অধ্যাপক টৌতাদ্ৰী আয়েংগাৰৰ কথা কৈছিল। অধ্যাপক আয়েংগাৰৰ দ্বাৰা শিকাবৰ বাবে তেৱেঁই বি এছ চি (অনাৰ্ছ) প্ৰথম বাৰ্ষিক আৰু বি এছ চি (পদাৰ্থ বিদ্যা)ৰ প্ৰথম বাৰ্ষিকৰ ছাত্ৰসকলৰ যুক্ত ক্লাছৰ ব্যৱস্থা কৰিছিল। ময়ো তেনেকুৱা ক্লাছ কেইটামান কৰাৰ সুযোগ পাইছিলো — বিশেষকৈ আধুনিক বীজগণিত আৰু পৰিসংখ্যা বিজ্ঞান বিভাগৰ ক্লাছ। আমি বি এছ চি প্ৰথম বাৰ্ষিকত থাকোতে 'কেলকুলাছ' শ্ৰীনিবাসনে এটা কাম কৰিছিল। তেওঁ ক্লাছৰ প্ৰথম দহজন মেধাৱী ছাত্ৰক নি ছেন্ট জোছেফ্‌ছৰ মেথ্‌মেটিক্‌ছ্ ক্লাবৰ সদস্য বনাই দিছিল। তাত অধ্যাপক টৌতাদ্ৰী আয়েংগাৰে আমাৰ আগত এলানি বক্তৃতা দিছিল।

১৯৫২ চন। এদিন তেওঁ ভাৰতবৰ্ষৰ প্ৰাচীন সময়ৰ গণিতজ্ঞ আৰু জ্যোতিৰ্বিদৰ ওপৰত বক্তৃতা দিছিল। সেই বিষয়টোৰ ওপৰত তেওঁ একেবাহে এঘণ্টা ধৰি কৈছিল। তেওঁৰ সেই বক্তৃতাটো আজিও মোৰ কাণত বাজি আছে। কেইজনমান প্ৰাচীন কালৰ গণিতজ্ঞৰ বিষয়ে মোৰ চিন্তা-ভাবনাৰ ভাগ

তোমালোককো দিবলৈ ওলাইছো— যাৰ ৰেঙণি মই নিজস্ব ধাৰণাৰে অধ্যাপক টোতাদ্ৰী আয়েংগাৰৰ গাত দেখা পাইছিলো।

৪৭৬ খ্ৰীষ্টাব্দত কুসুমপুৰ (অধুনা পাটনা-খ্যাত)ত জন্মা আৰ্যভট্ট এজন জ্যোতিৰ্বিদ আৰু গণিতজ্ঞ আছিল। সেই সময়লৈকে জ্ঞাত হোৱা গণিতীয় জ্ঞানৰ ভঁৰাল বুলি তেওঁ খ্যাত হৈছিল। মাত্ৰ তেইশ বছৰ বয়সতে তেওঁ দুটা খণ্ডত 'আৰ্যভট্যম্' নামে এখন বৃহৎ গ্ৰন্থ প্ৰণয়ন কৰিছিল। পাঠাংশত অংক, বীজগণিত আৰু ত্ৰিকোণমিতিৰ উপৰিও জ্যোতিৰ্বিদ্যা বিষয়টোও সামৰি লৈছিল। তেওঁ এটা ত্ৰিভুজ আৰু বৃত্তৰ ক্ষেত্ৰফলৰ সূত্ৰ নিৰূপণ কৰিছিল আৰু 'স্ফিয়াৰ' আৰু 'পীৰামিড'ৰ আয়তন নিৰ্ণয় কৰাৰ চেষ্টা কৰিছিল। প্ৰথম প্ৰথম তেৱেঁই 'পাই' অৰ্থাৎ বৃত্তৰ পৰিমাপ আৰু তাৰ ব্যাসৰ অনুপাতৰ সঠিক মান ৩.১৪১৬ উলিয়াইছিল। এই মহান জ্যোতিৰ্বিদজনৰ সন্মানাৰ্থে আমাৰ দেশে ১৯৭৫ চনত প্ৰক্ষেপিত কৰা প্ৰথমটো উপগ্ৰহৰ নাম আৰ্যভট্ট ৰাখিছিল।

ব্ৰহ্মগুপ্তৰ জন্ম হৈছিল ৫৯৮ খ্ৰীষ্টাব্দত— ৰাজস্থানৰ বিল্লামলত সম্ৰাট হৰ্ষৰ ৰাজ্যত। তেৱোঁ ত্ৰিশ বছৰ বয়সতে 'ব্ৰহ্মস্ফুট সিদ্ধান্ত' লিখি উলিয়াইছিল। তেওঁ জ্যোতিৰ্বিদ্যাৰ কাম-কাজৰ ব্যাপক উন্নতি সাধন কৰিছিল। তেওঁ সংখ্যাৰ অনুক্ৰমৰ বিন্যাস আৰু জ্যামিতিৰ কাম কৰিছিল। অধ্যয়ন কৰাৰ উপৰি তেওঁ ভিন ভিন ডিগ্ৰীৰ অনিৰ্ণীত সমীকৰণসমূহৰ সমাধান উলিওৱাৰ উপৰিও দ্বিঘাত সমীকৰণৰ সমাধানো নিৰ্ণয় কৰিছিল।

ভাস্কৰাচাৰ্যও তেওঁৰ সময়ৰ অসামান্য প্ৰতিভাধৰ বুদ্ধিজীৱী আছিল। ১১১৪ খ্ৰীষ্টাব্দত ভাস্কৰাচাৰ্য বৰ্তমানৰ কৰ্ণাটক আৰু মহাৰাষ্ট্ৰৰ সীমামূৰীয়া বিজ্জলবাড়া নামে ঠাই এখনত জন্মিছিল। তেওঁ চাৰিটা অধ্যায় সামৰা 'সিদ্ধান্তশিৰোমণি' নামে এখন বিখ্যাত গ্ৰন্থ প্ৰণয়ন কৰিছিল। গ্ৰন্থখন তেওঁ জ্যোতিৰ্বিদ্যা আৰু বীজগণিতৰ ওপৰত লিখিছিল। তেওঁ প্ৰথম স্বীকৃত গণিতজ্ঞ হিচাপে বিখ্যাত হৈছিল যিয়ে আৰ্যভট্টৰ আৱিষ্কাৰৰ আধাৰৰ ওপৰত নিৰ্ভৰ অৱধাৰণাৰ সহায়ত শূন্যৰ মান নিৰ্ণয় কৰাৰ সিদ্ধান্ত প্ৰতিপাদিত কৰিছিল। তেওঁৰেই সন্মানাৰ্থে 'ইছৰো'ৰ দ্বিতীয় শ্ৰেণীৰ উপগ্ৰহকেইটা 'ভাস্কৰ -১' আৰু 'ভাস্কৰ-২' হিচাপে নামকৰণ কৰা হৈছিল। ভাৰতবৰ্ষৰ এই তিনিজন দিগ্‌গজ গণিতজ্ঞৰ অসাধাৰণ অৱদান সন্দৰ্ভতে মহামতি এলবাৰ্ট আইনষ্টাইনে এসময়ত এইদৰে টিপ্পনী দিছিল— 'আমি ভাৰতবাসীৰ ওচৰত বিশেষভাবে ঋণ স্বীকাৰ কৰিছো। তেওঁলোকেই আমাক গণনা কৰাৰ শিক্ষা দিছে যাৰ অবিহনে আজি বিজ্ঞান জগতৰ কোনো মূল্যবান আৱিষ্কাৰেই সম্ভৱ নহ'লহেঁতেন।'

তাৰ পিছতেই মোৰ মনলৈ আহিছে অদ্যাবধি জ্ঞাত আৰু স্বীকৃত প্ৰবুদ্ধ মনীষীসকলৰ অন্যতম শ্ৰীনিবাস ৰামানুজনৰ কথা— যাৰ স্মৃতি আমাৰ মনত

আজিও সজীৱ হৈ আছে। ১৮৮৭ চনৰ পৰা ১৯২০ চনলৈকে তেওঁ মাত্ৰ তেত্ৰিশ বছৰহে বাচি আছিল। তেওঁৰ কোনো ব্যৱহাৰিক আনুষ্ঠানিক শিক্ষা নাছিল। জীৱিকা নিৰ্বাহৰ বাবেও একো পথ নাছিল তেওঁৰ। তৎসত্ত্বেও, অদম্য উৎসাহ আৰু বিষয়ৰ প্ৰতি থকা গভীৰ অনুৰাগৰ বাবে তেওঁ গণিতীয় গৱেষণাৰ ক্ষেত্ৰত বিপুল অৱদান ৰাখি থৈ গৈছে। তেওঁৰ কিছুমান উদ্ভাৱন আজিও গভীৰ অধ্যয়ন আৰু চৰ্চাৰ বিষয়— যাৰ ওপৰত নিৰ্ভৰ কৰি লৌকিক সূত্ৰৰ প্ৰকৃত সমাধান প্ৰতিপাদিত কৰাৰ বাবে গণিতজ্ঞসকলৰ অবিৰত আৰু অনলস সাধনা আজিও অব্যাহত আছে। ৰামানুজন আছিল ভাৰতবৰ্ষৰ অন্যতম অসাধাৰণ প্ৰতিভাসম্পন্ন ব্যক্তি। তেওঁ কেম্‌ব্ৰিজৰ ত্ৰিনিটি কলেজৰ অধ্যাপক জি এইচ হাৰ্ডিৰ দৰে পাষাণ হৃদয়ৰ গণিতজ্ঞ এজনৰ অন্তৰো গলাব পাৰিছিল। দৰাচলতে, এনেকৈ ক'লেও এইটো মুঠেও অতিশয়োক্তি কৰা নহ'ব যে অধ্যাপক হাৰ্ডিয়েহে ৰামানুজনক আৱিষ্কাৰ কৰি পৃথিৱীৰ আগত উলিয়াই দিছিল। আমাৰ খ্যাতিমান বিজ্ঞানীসকলে আমাৰ বিদ্যালয়সমূহৰ পৰা আৰু এজন ৰামানুজনৰ জন্ম দিব নোৱাৰে কিয়? বন্ধুসকল! তোমালোকে অবকলন বা বিয়োগাত্মক কাম কৰাৰ সলনি সকলো ক্ষেত্ৰতে সমকলন কৰি নিজক বিকশিত নকৰা কিয়?

তেওঁৰ বিয়োগৰ পিছত তেওঁৰ গুণানুকীৰ্তন কৰি দিয়া এটি শোকবাণীত এইদৰে কোৱা হৈছিল— 'প্ৰতিটো অখণ্ড সংখ্যাই ৰামানুজনৰ ব্যক্তিগত বন্ধু আছিল', আৰু সেই শোকবাণী মুঠেও অতিৰঞ্জন নাছিল। অধ্যাপক হাৰ্ডিয়ে তৰ্জুত এশ নম্বৰৰ মানেৰে প্ৰতিভাধৰ ব্যক্তিৰ মানদণ্ড জোখোতে বেছি ভাগকে শতকৰা ত্ৰিশৰ ওচৰাওচৰি নম্বৰ দিয়ে। কাচিৎহে ব্যতিক্ৰমী একোজনক ষাঠি নম্বৰ দিয়ে। কিন্তু ৰামানুজনৰ ক্ষেত্ৰত তেখেতৰ ৰায় আছিল বেলেগ— তেওঁৰ মতে একমাত্ৰ এশ নম্বৰৰ মূল্যায়নহে ৰামানুজনৰ ক্ষেত্ৰত প্ৰযোজ্য হ'ব পাৰে। ৰামানুজন বা আন যি কোনো ভাৰত মনীষাৰ বাবে ইয়াতকৈ ভাল শ্ৰদ্ধাতৰ্পণ হ'বই নোৱাৰে। এক বিশাল ক্ষেত্ৰজুৰি ৰামানুজনৰ কৰ্মৰাজি বিয়পি আছিল। প্ৰাইম সংখ্যা, হাইপাৰ জ্যামিতিক শৃংখলা, মাপাংকীয় কাম-কাজ, এলিপ্‌টিক ফাংশ্যন, মক্ থেটা ফাংশ্যন, সম মেজিক স্কোৱাৰৰ বাদেও জ্যামিতিৰ অজস্ৰ গুৰুত্বপূৰ্ণ কাম কৰিছিল তেওঁ।

মই ভাবো যে যিসকল খ্যাতিসম্পন্ন অধ্যাপকে অংকশাস্ত্ৰৰ যুৱ ছাত্ৰ-ছাত্ৰীক শিকাই থাকি অনুপ্ৰেৰিত কৰি আছে তেওঁলোকে ভৱিষ্যতেও অবিৰতভাৱে নিজৰ অতুলনীয় আৰু মহান সেৱা আগবঢ়ায়েই থাকিব আৰু সেইদৰে এই ক্ষেত্ৰত ভাৰতৰ বৌদ্ধিক দ্যোতনৰ জয়যাত্ৰা নিশ্চিত কৰিব। জ্যোতি পদাৰ্থবিদ অধ্যাপক এছ চন্দ্ৰশেখৰে ভাৰতীয় গণিতৰ মহান পৰম্পৰাক বিদেশতো

অব্যাহত ৰাখিছে। গণিত অৱশ্যে বিশ্বজনীন। এই পৰম্পৰা এতিয়া আনৰ লগতে অধ্যাপক চি এছ শেষাদ্রি, অধ্যাপক জে ভি নার্লিকাৰ, অধ্যাপক এম এছ নৰসিংহন, অধ্যাপক এছ আৰ এছ বৰধন, অধ্যাপক এম এছ ৰঘুনাথন, অধ্যাপক নৰেন্দ্র কর্মকাৰ আৰু অধ্যাপক অশোক সেনৰ প্ৰচেষ্টাত আৰু বেছি জাতিষ্কাৰ হৈ উঠিব।

কলকাতাৰ মহাগাণনিকৰ কার্যালয়ত ছাৰ চি ভি ৰমণে তেওঁৰ কর্মজীৱন আৰম্ভ কৰিছিল। কিন্তু তেওঁৰ ভিতৰৰ বিজ্ঞানীজনে তেওঁক জিৰণি ল'ব নিদিয়ে আৰু তেওঁ সদায় তেওঁক আকর্ষিত কৰি অহা সমস্যাবিলাকৰ সমাধান বিচাৰি ব্যস্ত হৈ আছিল। সৌভাগ্যক্রমে তেওঁ মহান শিক্ষাবিদ আশুতোষ মুখার্জীৰ সহযোগিতা লাভ কৰিছিল। আশুতোষ মুখার্জীয়ে ছাৰ চি ভি ৰমণক গৱেষণা চলাই যাবলৈ উৎসাহিত কৰিছিল। উল্লেখযোগ্য যে যি 'ৰমন্ এফেক্ট্'ৰ আবিষ্কাৰৰ বাবে চি ভি ৰমণে নবেল বঁটা লাভ কৰিছিল সেই আবিষ্কাৰ বৃহৎ অংকৰ টকাৰে স্থাপিত কোনো বৃহৎ অনুষ্ঠানত কৰা হোৱা নাছিল। মোৰ বিশ্বাস— ভাৰতীয় মেধাৰ দ্যোতনৰ চিকমিকনি গোটেই বিশ্বকে দিয়াৰ হাবিয়াসেই আছিল ছাৰ চি ভি ৰমণক অনুপ্ৰেৰিত কৰাৰ মূল কাৰক। একে কথাই অধ্যাপক এছ চন্দ্রশেখৰৰ ক্ষেত্ৰতো খাটে— তেৰোঁ 'কৃষ্ণ গহ্বৰ' (ব্লেক হোল্‌ছ)ৰ ওপৰত কাম কৰি নবেল বঁটা লাভ কৰিছে। কামেশ্বৰ চি ৱালীয়ে প্ৰণয়ন কৰা তেওঁৰ জীৱনচৰিত 'চন্দ্র'খনত কিছুমান চিত্তাকর্ষক বর্ণনা আছে। তাত আছে ঃ 'চন্দ্র এনে এটা সময়ত ডাঙৰ-দীঘল হৈছিল যিটো সময়ক ভাৰতৰ বিজ্ঞান, কলা আৰু সাহিত্য-সংস্কৃতিৰ সোণালী যুগ বুলি কোৱা হয়। স্বাধীনতা সংগ্রামেও তেওঁক কিছু পৰিমাণে উদ্বুদ্ধ কৰিছিল। নিজৰ নিজৰ বৈজ্ঞানিক আৰু সৃষ্টিশীল কর্মৰাজিৰ জৰিয়তে জে চি বসু, চি ভি ৰমণ, মেঘনাদ সাহা, শ্ৰীনিবাস ৰামানুজন আৰু ৰবীন্দ্ৰনাথ ঠাকুৰ, জৱাহৰলাল নেহৰু, মহাত্মা গান্ধী আৰু আন বহুতৰে সমকক্ষ জাতীয় নায়ক হৈছিল। সম্ভৱতঃ তেওঁলোকৰ মহান সফলতাই দেশত এটা সৃষ্টিশীল বাতাবৰণৰ জন্ম দিয়াত সহায় কৰিছিল। সি যি কি নহওক লাগিলে, এইটো উল্লেখযোগ্য কথা,— চন্দ্রশেখৰেও আনকি কৈ গৈছে যে 'আধুনিক যুগত ১৯১০ চনৰ আগতে আমাৰ ইয়াত আন্তঃৰাষ্ট্ৰীয় খ্যাতি আৰু প্রতিপত্তি থকা কোনো (ভাৰতীয়) বিজ্ঞানী নাছিল। ১৯২০ চনৰ পৰা ১৯২৫ চনৰ ভিতৰত হঠাতে আমি পাঁচ-ছয়জন আন্তঃৰাষ্ট্ৰীয়ভাৱে বিখ্যাত লোক লাভ কৰিলো। মই নিজে এই কথাটো স্ব-অভিব্যক্তিৰ আৱশ্যকতাৰে যুক্ত কৰি চাইছো— সেইটোৱেই জাতীয় আন্দোলনৰ ভিতৰত যুৱ সম্প্ৰদায়ৰ বাবে মুখ্য অনুপ্ৰেৰণা হৈছিল। নিজৰ অৱস্থান দৃঢ়ভাৱে নিশ্চিত কৰাটো জাতীয় আন্দোলনৰ এটা অংগ হৈ পৰিল। ভাৰতবর্ষ এখন অধীন ৰাজ্য আছিল, কিন্তু... বিশেষকৈ

বিজ্ঞানৰ ক্ষেত্ৰত আমি পশ্চিমীয়া দেশবোৰক দেখুৱাই দিব পাৰিছিলো যে আমিও তেওঁলোকৰ লগত সমানে খোজ দিব পাৰো।

এইখিনিতে মই ছাৰ চি ভি ৰমণৰ কথা অলপ উদ্ধৃত কৰিব খুজিছো। ১৯৬৯ চনত তেওঁ ডেকা স্নাতকবিলাকক উদ্দেশি কৈছিল : 'মোৰ সম্মুখত থকা যুৱক আৰু যুৱতীসকলক মই এই কথা ক'ব বিচাৰিছো যে তোমালোকে আশা-উদ্যম আৰু সাহস হেৰুৱাব নালাগে। তোমাৰ সম্মুখত পৰি থকা কামত সাহসেৰে আত্মনিয়োগ কৰিব পাৰিলেহে সফলতা আহিব। প্ৰতিবাদৰ ভয় মনত নৰখাকৈ মই দৃঢ়ভাৱে এটা কথা ক'ব পাৰো যে ভাৰতীয় মানুহৰ মেধাৰ গুণ যি কোনো টিউটনিক, নৰ্দিক আৰু এংলো-ছেক্সনৰ গুণৰ সমান। সম্ভৱতঃ আমাৰ সাহস নাই; সম্ভৱ আমাৰ প্ৰেৰণাদায়ক শক্তি নাই— ইবোৰে মানুহক যি কোনো অৱস্থালৈ লৈ যাব পাৰে। মই ভাবো, আমাৰ ভিতৰত হীনমন্যতা জন্মিছে। মই ভাবো, আজি ভাৰতবৰ্ষত যিটো বস্তু আটাইতকৈ দৰকাৰী— সেইটো হ'ল সেই পৰাভৱী শক্তিক ধ্বংস কৰা। আমাক লাগে জয়ৰ উদ্যম— যি উদ্যমে আমাক সূৰ্যৰ তলৰ সঠিক স্থানলৈ লৈ যায়, যি উদ্যমে আমাৰ অন্তৰত এনে বোধৰ জন্ম দিয়ে যে আমি এক মহান সভ্যতাৰ বংশধৰ হওঁ — আৰু এই গ্ৰহৰ যি কোনো উপযুক্ত স্থান লাভ কৰাৰ আমাৰ হক আছে। আমাৰ ভিতৰত এবাৰ সেই অদম্য উদ্যমৰ উদয় হ'ব লাগিলে উপযুক্ত স্থান লাভ কৰাৰ পৰা কোনো শক্তিয়ে আমাক বাধা দি ৰখাব নোৱাৰিব।

আৰু অলপ দূৰ আগুৱাই গ'লে দেখিবা— আন আন ক্ষেত্ৰতো এনেকুৱা মহান প্ৰতিভাৰ জন্ম হৈছে। ভাল লাগে,— দক্ষিণ ভাৰতৰ মাত্ৰ পঞ্চাশ কিলোমিটাৰ ব্যাসাৰ্দ্ধৰ এলেকাত প্ৰায় একে সময়তে ত্যাগৰাজ স্বামীগল, মুথুস্বামী দীক্ষিদৰ আৰু শ্যামা শাস্ত্ৰীগল নামে সংগীত জগতৰ তিনিজন দিগ্‌গজৰ আবিৰ্ভাব ঘটিছিল। আমি এটা কথা মনত ৰখা উচিত যে স্বাধীনতা সংগ্ৰামে আমাৰ কলা, বিজ্ঞান, প্ৰযুক্তিবিদ্যা, অৰ্থনীতি, ইতিহাস আৰু সাহিত্য জগতত এনে কিছুমান অগ্ৰণী ব্যক্তিৰ জন্ম দিছে যি সকলে বিশ্বৰ শ্ৰেষ্ঠসকলৰ লগত একে শাৰীতে থিয় দিব পাৰে।

অব্যৱহিত অতীততো আমি বহুকেইজন দূৰদৰ্শী মহান বিজ্ঞানীৰ আবিৰ্ভাব হোৱা দেখিছো। বিশেষকৈ মই তিনিজন বিজ্ঞানীৰ জীৱনৰ প্ৰতি আগ্ৰহান্বিত। তেওঁলোক হ'ল ড° ডি এছ কোঠাৰী, ড° হোমী জাহাংগীৰ ভাবা আৰু ড° বিক্ৰম সাৰাভাই। মই তেওঁলোকৰ বৈজ্ঞানিক আৰু প্ৰযুক্তিবিদ্যাৰ ক্ষেত্ৰত যি গুণ সেই সম্পৰ্কে আৰু বেছিকৈ জানিব খুজিছিলো যি গুণৰ সমাহাৰ ৰাষ্ট্ৰৰ বিকাশৰ দিশত সহায়ক হ'ব পাৰে। 'তেওঁলোক তিনিজন তিনিটা মহত্বপূৰ্ণ অনুষ্ঠানৰ জন্মদাতা— ৰক্ষা অনুসন্ধান বিকাশ সংগঠন (ডি আৰ ডি অ'),

আণৱিক শক্তি বিভাগ (ডি এ ই) আৰু ইছৰো— ভাৰতীয় অন্তৰীক্ষ অনুসন্ধান সংগঠন (আই এছ আৰ অ')।

দিল্লী বিশ্ববিদ্যালয়ৰ অধ্যাপক ড° ভি. এছ. কোঠাৰী এজন অসাধাৰণ প্ৰতিভাধৰ পদাৰ্থ বিজ্ঞানী আৰু জ্যোতিপদাৰ্থবিদ আছিল। তেওঁ গ্ৰহৰ সদৃশ শীতল গোট মৰা পিণ্ডত চাপ দি কৰা পদাৰ্থৰ আয়ণীকৰণৰ বাবে জনাজাত। এই সিদ্ধান্ত তেওঁৰ গুৰু ড° মেঘনাদ সাহাৰ তাপ (থাৰ্মেল) আয়ণীকৰণৰ যুগান্তকাৰী সিদ্ধান্তৰ পৰিপূৰক। ১৯৪৮ চনত প্ৰতিৰক্ষা মন্ত্ৰীৰ বিজ্ঞান উপদেষ্টা হৈ ড° ডি এছ কোঠাৰীয়ে ভাৰতীয় প্ৰতিৰক্ষা বিভাগৰ কামত এক বৈজ্ঞানিক পৰম্পৰাৰ সৃষ্টি কৰিছিল। পোনপ্ৰথমতে তেওঁ ইলেক্ট্ৰ'নিক বয়-বস্তু, নিউক্লীয়াৰ দৰব আৰু ক্ষেপণ যন্ত্ৰ সম্বন্ধীয় বিজ্ঞানৰ গৱেষণা চলাবৰ বাবে ৰক্ষা বিজ্ঞান কেন্দ্ৰ (ডিফেন্স চাইন্স চেণ্টাৰ) প্ৰতিষ্ঠা কৰে। তেওঁক ভাৰতীয় ৰক্ষা বিজ্ঞানৰ জনক হিচাপে জ্ঞান কৰা হয়। এই মহান আত্মাৰ সন্মানাৰ্থে ইণ্ডিয়ান ইন্‌ষ্টিটিউট অব্ ছাইন্সত এখন 'ৰিছাৰ্চ চেয়াৰ' প্ৰতিষ্ঠা কৰা হৈছে।

ড° ভাভাই কেম্‌ব্ৰিজ বিশ্ববিদ্যালয়ত 'থিয়ৰিটিকেল ফিজিক্স' (সৈদ্ধান্তিক পদাৰ্থবিদ্যা)ৰ ওপৰত গৱেষণা কৰিছিল। ১৯৩০ চনৰ পৰা ১৯৩৯ চনলৈকে হোমী ভাভাই 'কছ্‌মিক্ ৰেডিয়েশ্যন' (মহাজাগতিক বিকিৰণ)ৰ ওপৰত গৱেষণা কৰিছিল। ১৯৩৯ চনত তেওঁ বাংগালোৰ ইণ্ডিয়ান ইন্‌ষ্টিটিউট অব্ ছাইন্সত ছাৰ চি ভি ৰমণৰ লগত কাম কৰিবলৈ লয়। পিছত তেওঁ 'টাটা ইন্‌ষ্টিটিউট অব্ ফাণ্ডামেণ্টেল ৰিছাৰ্চ' স্থাপন কৰে য'ত ঘাইকৈ নিউক্লীয়াৰ আৰু গণিতীয় বিজ্ঞানৰ ওপৰত গুৰুত্ব দিয়া হৈছিল। ১৯৪৮ চনত তেওঁ আণৱিক শক্তি আয়োগ (এট'মিক এনাৰ্জী কমিছন) প্ৰতিষ্ঠা কৰে। তেওঁৰ দূৰদৃষ্টিৰ ফলতেই পাৰমাণৱিক বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যা ক্ষেত্ৰৰ অজস্ৰ কেন্দ্ৰ স্থাপিত হৈছিল যিবোৰত পাৰমাণৱিক শক্তিৰ উৎপাদন আৰু নিউক্লিয়াৰ মেডিচিনৰ গৱেষণা কৰা হৈছিল। বিজ্ঞানৰ এই কেন্দ্ৰসমূহে আন কিছুমান প্ৰৌদ্যোগিকী কেন্দ্ৰৰো জন্ম দিছিল যিবোৰত পৰমাণু বিজ্ঞানকে মুখ্য ঘটক হিচাপে ৰখা হৈছিল।

এই তিনিওজনৰ ভিতৰত কনিষ্ঠ ড° সাৰাভায়ে ছাৰ চি ভি ৰমণৰ সৈতে পৰীক্ষামূলক মহাজাগতিক ৰশ্মিৰ কাম কৰিছিল। তেওঁ আহমেদাবাদত ঘাইকৈ মহাকাশ গৱেষণাৰ বাবে ফিজিকেল ৰিছাৰ্চ লেবৰেটৰী প্ৰতিষ্ঠা কৰিছিল। ১৯৬৩ চনত থুম্বা ইকুৱেট'ৰীয়েল ৰকেট লঞ্চিং ষ্টেচন (টি ই আৰ এল এছ)য়ে বায়ুমণ্ডলীয় গৱেষণাৰ বাবে ছাউণ্ডিং ৰকেটৰ প্ৰক্ষেপণ আৰম্ভ কৰিলে। ড° সাৰাভায়ে স্পেচ ছাইন্স এণ্ড টেকন'লজী চেণ্টাৰ (এছ এছ টি চি) প্ৰতিষ্ঠা কৰি তাৰ সঞ্চালক হয়। তেওঁৰ দূৰদৃষ্টিতে 'ইছৰো'ৰ সহযোগী আৰু কেইটামান সংস্থা স্থাপিত হৈছিল আৰু সিবোৰত প্ৰক্ষেপণ যান, উপগ্ৰহ অভিযান, প্ৰবন্ধন

আৰু প্ৰয়োগৰ কাম-কাজ হৈছিল।

এই তিনিওজন ভাৰতীয় বিজ্ঞানীয়েই পদাৰ্থ বিজ্ঞানী আছিল। তেওঁলোকে আৰম্ভ কৰা পদাৰ্থবিদ্যা অনুসন্ধান সংস্থাসমূহ পিছলৈ ৰক্ষা প্ৰৌদ্যোগিকী, পৰমাণু প্ৰৌদ্যোগিকী আৰু মহাকাশ প্ৰৌদ্যোগিকীৰ কেন্দ্ৰ হিচাপে জাতিষ্কাৰ হৈ উঠিছিল। দেশৰ চাৰিওফালে বিয়পি থকা ইয়াৰ কেন্দ্ৰসমূহত বৰ্তমানে প্ৰায় বিশ হেজাৰমান বিজ্ঞানী নিযুক্ত হৈছে। মই এটা কথা লক্ষ্য কৰিছিলো যে তেওঁলোক তিনিওজনেই বিজ্ঞানে দেশৰ কি কাম কৰিব পাৰে সেইটো ৰাজনৈতিক নেতৃত্বক ভালদৰে বুজাই দিয়াৰ প্ৰয়োজনীয়তা উপলব্ধি কৰিছিল। যিবোৰ টেকন'লজীৰ পৰা সাধাৰণ মানুহে প্ৰত্যক্ষ শুভফল লাভ কৰে দেশৰ শাসন ব্যৱস্থাই সেইবোৰ টেকন'লজী কাৰ্যকৰী কৰিব লাগে— তেহেলৈ দেশত যি দলেই ক্ষমতাত নাথাকক লাগিলে। এই তিনিগৰাকী মহান বিজ্ঞানীয়ে আমাক আৰু এটা অতি আৱশ্যকীয় বতৰা দিছে। সেইটো হ'ল— টেকন'লজীৰ বিকাশৰ বাবে আৰু বিজ্ঞান জগতত নতুন প্ৰতিভাৰ জন্ম দিয়াৰ বাবে প্ৰাথমিক বিজ্ঞান জীৱনী শক্তিৰ দৰে। বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাক সমন্বিতভাৱে যথোচিত মূল্য দিয়াৰ বাবে আমি তেওঁলোকৰ পৰা নেতৃত্বৰ প্ৰতিষ্ঠিত গুণ আৰু বিশেষত্বসমূহ শিকো আহা।

১৯৬২ চনত, ড° সাৰাভাই আৰু ড° ভাভাই বিষুৱীয় অঞ্চলত অন্তৰীক্ষ অনুসন্ধান কেন্দ্ৰ স্থাপিত কৰাৰ বাবে উপযুক্ত স্থান বিচাৰি আছিল। তেওঁলোকে দেখিলে— কেৰালাৰ থুম্বা আটাইতকৈ উপযুক্ত স্থান, কিয়নো ঠাইখন বিষুৱীয় অঞ্চলৰ নিকটৱৰ্তী। তাৰ উপৰি আয়নমণ্ডলীয় গৱেষণাৰ বাবেও থুম্বা আদৰ্শনীয় ঠাই হ'ব। কিন্তু সেইটো ওচৰ-পাজৰৰ গাঁৱত থকা হেজাৰ হেজাৰ মাছমৰীয়া সম্প্ৰদায়ৰ মানুহে বসতি কৰা অঞ্চল। তাত ছেন্ট মেৰী মেগডেলীন চাৰ্চ নামে এটি সুন্দৰ গীৰ্জা আৰু বিছপ হাউচো আছিল। ফলস্বৰূপে ভূমি অধিগ্ৰহণৰ কামটো আগবঢ়াব পৰা নগ'ল।

ড° সাৰাভায়ে এদিন শনিবাৰে মহামান্য বিছপ ৰেভাৰেন্দ ড° পীটাৰ বাৰ্ণাৰ্ড পেৰে'ৰাক লগ ধৰি ঘৰ-বাৰীবোৰ স্থানান্তৰিত কৰাৰ বাবে বিনীতভাৱে অনুৰোধ জনালে। বিছপে মিচিকিয়া হাঁহি এটা মাৰি পিছদিনাখন তেওঁক আকৌ এবাৰ লগ ধৰিবলৈ ক'লে। ৰবিবাৰে ৰাতিপুৱা অনুষ্ঠিত প্ৰাৰ্থনা সভাত বিছপে সমবেত ৰাইজক সম্বোধি ক'লে, 'মোৰ সন্তানসকল! দেশৰ মহান বিজ্ঞানী এজন এটি বিশেষ অনুৰোধ লৈ মোৰ ওচৰলৈ আহিছে। মহাকাশ বিজ্ঞান আৰু গৱেষণা কাৰ্য চলাবলৈ তেওঁ আমাৰ পৰা গীৰ্জা ঘৰটো আৰু মই থকা ঠাইটুকুৰা বিচাৰিছে। বিজ্ঞানে সত্যৰেই সন্ধান কৰে যি সত্যই মানৱ জীৱন সমৃদ্ধ কৰিব পাৰে। ধৰ্মৰ উচ্চতৰ স্তৰ হ'ল আধ্যাত্মিকতা। আধ্যাত্মিক ধৰ্মোপদেষ্টাবিলাকে মানৱ

জাতিৰ শান্তিৰ বাবে সৰ্বশক্তিমান ঈশ্বৰৰ সহায় প্ৰাৰ্থনা কৰে। সংক্ষেপে ক'বলৈ হ'লে— বিক্ৰম আৰু মই ইয়াত যি কৰি আছো সি একেই কাম। বিজ্ঞান আৰু আধ্যাত্মিকতা দুয়োটাই মানৱ জাতিৰ দেহ-মনৰ সমৃদ্ধি আৰু শান্তিৰ বাবে সৰ্বশক্তিমান ঈশ্বৰৰ আশীৰ্বাদ বিচাৰিছে। হে মোৰ সন্তানহঁত! বিজ্ঞান অভিযানৰ স্বাৰ্থত আমি তেওঁলোকৰ হাতত ভগৱানৰ এই পবিত্ৰ ধামখন সঁপি দিব পাৰিমনেকনে?' ক্ষন্তেক সময়ৰ নীৰৱতাৰ পিছতেই মানুহৰ মাজৰ পৰা এক সমস্বৰ কণ্ঠ শুনা গ'ল— 'আমিন' [খ্ৰীষ্টীয় ধৰ্মৰ আশীৰ্বাদ বিশেষ। অৰ্থ— তথাস্তু! সেয়ে হওক! মনোবাঞ্ছা পূৰ্ণ হওক!— অনুবাদক]! চাওঁতে চাওঁতে গোটেই গীৰ্জাটোতে সেই দৈৱকণ্ঠ গুঞ্জৰি উঠিল।

১৯৬৩ চনৰ পৰা ১৯৭১ চনলৈ ড° সাৰাভাইৰ সৈতে কাম কৰাটো মোৰ বাবে সঁচাকৈয়ে এক ডাঙৰ অভিজ্ঞতা। এজন তৰুণ অভিযন্তা হিচাপে মই তিৰুৱনন্তপুৰম্ স্পেচ্ চেণ্টাৰত কম্পোজিট টেকন'লজী, বিস্ফোটক প্ৰণালী আৰু ৰকেট ইঞ্জিনীয়াৰিঙৰ কামত নিযুক্ত হৈছিলো। সেই সময়ত মই তেওঁৰ নেতৃত্বৰ পৰা অদ্ভুত শক্তি লাভ কৰিছিলো। প্ৰযুক্তিবিদ্যাৰ ক্ষেত্ৰত আমাৰ দেশখন চালুকীয়া অৱস্থাত থাকিলেও ড° সাৰাভায়ে আমাৰ নিজৰ উপগ্ৰহ উৎক্ষেপণ যান নিৰ্মাণৰ সপোন দেখি আছিল। তাৰ প্ৰয়োগ ভাৰতৰ মাটিৰ পৰা ৰিম'ট্ ছেন্সিং উপগ্ৰহক সৌৰস্থিত কক্ষত আৰু সঞ্চাৰ (কমিউনিকেশ্যন) উপগ্ৰহক ভূ-স্থিৰ কক্ষলৈ প্ৰেৰণ কৰাৰ বাবে কৰা হৈছিল। আজি ভূ-স্থিৰ প্ৰক্ষেপণ যান (জি এছ এল ভি— জিঅ'চিংক্ৰনাচ্ লঞ্চ ভেইকল)ৰ প্ৰক্ষেপণৰ লগে লগে তেওঁৰ স্বপ্ন বাস্তৱায়িত হ'ল। ইছৰো'য়ে আই আৰ এছ তথা ইনছেট প্ৰণালীক সক্ৰিয় কৰি মহাকাশৰ লাভালাভ সাধাৰণ মানুহক প্ৰদান কৰিছে।

অন্তৰীক্ষ কাৰ্যক্ৰমত ড° সাৰাভাইৰ দূৰদৃষ্টি সম্বন্ধীয় মোৰ এটি অভিজ্ঞতাৰ কথা তোমালোকক ক'ব খুজিছো। 'উইংছ অব্ ফায়াৰ' (অনু.— অগ্নিৰ ডেউকা)ত মই এই বৃত্তান্তটো সংক্ষেপে লিখিছিলো। ভাৰতৰ প্ৰথম উপগ্ৰহ উৎক্ষেপণ যান (এছ এল ভি-৩)ৰ ডিজাইন পৰিযোজনাৰ কাম-কাজ বিক্ৰম সাৰাভাই মহাকাশ কেন্দ্ৰ (ভি এছ এছ চি)ত সম্পাদিত হৈছিল। ৰকেটৰ প্ৰত্যেক চৰণৰ ডিজাইন, তাপ কবচ আৰু পথপ্ৰদৰ্শন প্ৰণালী (গাইডেন্স ছিষ্টেম)ৰ কাম-কাজ নিৰ্বাচিত প্ৰকল্প নেতাক দিয়া হৈছিল। এছ এল ভি-৩ৰ চতুৰ্থ চৰণ অৰ্থাৎ ৰকেটৰ উপৰি চৰণৰ ডিজাইন পৰিযোজনাৰ কামৰ ভাৰ মোক দিয়া হৈছিল। এই ব্যৱস্থাই ৰোহিণীক তাৰ কক্ষত স্থাপন কৰাৰ বাবে প্ৰয়োজনীয় অধিকতম গতি প্ৰদান কৰিছিল। এই চতুৰ্থ চৰণৰ বাবে এনেকুৱা উন্নত যৌগ পদাৰ্থ প্ৰয়োগ কৰা হৈছিল যে ন্যূনতম ওজনেৰে ই সৰ্বাধিক ক্ষমতা প্ৰদান

কৰিছিল। ইয়াৰ উচ্চ শক্তিসম্পন্ন চলিড্ প্ৰপেলেণ্ট্ বহন কৰিব পৰা অধিকতম শক্তি আছে। ১৯৭০ চনত আমি উপৰোক্ত উপৰি চৰণৰ ডিজাইনৰ বিকাশ সংক্ৰান্তীয় কাম-কাজ কৰি থাকোতে আহমেদাবাদৰ পৰা ড° সাৰাভায়ে মোক মাতি পঠিয়ালে। তেওঁ ফৰাচী মহাকাশ সংস্থা— চি এন ই এছৰ অধ্যক্ষ, প্ৰফেছৰ হিউবাৰ্ট্ কুৰিয়েনৰ সৈতে তিৰুৱনন্তপুৰমলৈ আহি আছে বুলি মোক জনাইছিল। চতুৰ্থ চৰণৰ এটা প্ৰতিবেদন প্ৰফেছৰ কুৰিয়েনৰ দলটোৰ হাতত দিবলৈকে মোক কোৱা হ'ল। সেই প্ৰতিবেদনটো দিয়া হ'লত আমি উপলব্ধি কৰিলো যে আমাৰ এছ এল ভি-৩ৰ চতুৰ্থ চৰণটোকে ফ্ৰেন্স ডায়মণ্ট্ পি-৪ উৎক্ষেপণ যানৰ উপৰি চৰণ হিচাপে প্ৰয়োগসাধ্যতাৰ ওপৰতে আলোচনা-বিলোচনা হ'ব লাগিছে। চি এন ই এছ-ক প্ৰপেলেণ্টৰ ওজনৰ প্ৰায় দুগুণ ওজনসৰ্বস্ব আৰু আমি সাজি উলিওৱা চৰণৰ আকাৰবিশিষ্ট এটা এপ'জী ৰকেট মটৰৰ প্ৰয়োজন।

সেইখন বৈঠকতে এটা সিদ্ধান্ত লোৱা হ'ল। চতুৰ্থ চৰণটো ডায়মণ্ট্-৪ আৰু এছ এল ভি-৩ দুয়োটাতে জোৰাই-জোখাই মিলি যোৱাকৈ পুনৰ্বিন্যাস কৰিব লাগিব। মই এই কাহিনীটো এইবাবেই কৈছো যে যি সময়ত উক্ত সিদ্ধান্তটো লোৱা হৈছিল তেতিয়া আমি নিজে আৰ্হি নিৰ্মাণৰ অৱস্থাতে আছিলো। ড° সাৰাভাইৰ ভাৰতীয় বিজ্ঞানী সম্প্ৰদায়ৰ ওপৰত তেনেকুৱা এটা আস্থাই আছিল। এই চৰণৰ বিকাশৰ কাম-কাজ এছ এল ভি-৩ৰ আনবোৰ চৰণৰ কাম-কাজৰ আগতে আৰম্ভ কৰা হৈছিল। এনে ধৰণে আমাক উৎসাহ আৰু অনুপ্ৰেৰণা যোগোৱাত কাম-কাজ পূৰ্ণগতিৰে আগবাঢ়িল। দুয়োটা দলৰ উপস্থিতিত কেইবালানিও পৰ্যবেক্ষণ হৈ গ'ল আৰু চতুৰ্থ চৰণ ড্ৰয়িং বোৰ্ডৰ পৰা ক্ৰমান্বয়ে বিকাশৰ পৰ্যায়লৈ আগবাঢ়িল। দুৰ্ভাগ্যবশতঃ ১৯৭১ চনত ড° সাৰাভাইৰ মৃত্যু হ'ল। একে সময়তে ফ্ৰান্স চৰকাৰেও ডায়মণ্ট্-৪ কাৰ্যক্ৰম বদ কৰিলে।

চতুৰ্থ চৰণৰ বিকাশৰ পাছত পৰীক্ষণৰ পৰ্যায়বোৰ চলি থাকোতেই আন এটা প্ৰয়োজনে দিগবলয়ত ভুমুকি মাৰিলে। ভাৰতবৰ্ষই এটা সৰু সঞ্চাৰ উপগ্ৰহ নিৰ্মাণ কৰিছিল আৰু সেইটো ইউৰোপৰ এৰিয়েন প্ৰক্ষেপণ যানৰ সহায়ত প্ৰক্ষেপিত কৰাৰ কথা আছিল। এই সঞ্চাৰ উপগ্ৰহ 'এপল' (এ পি পি এল ই— এৰিয়েন পেছেঞ্জাৰ পেলোড এক্সপেৰিমেণ্ট)ৰ বাবে আমাৰ উপগ্ৰহ উৎক্ষেপণ যান-৩ (এছ এল ভি-৩)ৰ চতুৰ্থ চৰণটো উপযুক্ত বুলি প্ৰমাণিত হোৱাত ইয়াক ১৯৮১ চনত ফ্ৰেন্স্ গুয়ানাৰ কোৰৰ পৰা এৰিয়েনৰ প্ৰক্ষেপণ কালত পেলোডত অন্তৰ্ভুক্ত কৰা হ'ল। যি স্বপ্নৰ বীজ ড° সাৰাভায়ে ১৯৭০ চনতে বপন কৰিছিল সি 'এপল'ক ভূ-স্থিৰ কক্ষত স্থাপন কৰাৰ পিছত আমাৰ

পৃথিৱীৰ বিভিন্ন কেন্দ্ৰৰ সৈতে যোগাযোগ আৰম্ভ হোৱাৰ লগে লগে সাৰ্থক হ'ল। 'এপল'ৰ সাফল্যই এইটোকে প্ৰমাণ কৰিলে যে দায়বদ্ধ বৈজ্ঞানিক সমৰ্থনপুষ্ট স্বপ্নই লক্ষ্য পূৰণ কৰাটো নিশ্চিত। এই মহান সাফল্য দেশৰ ক্ষেপণাস্ত্ৰ প্ৰযুক্তিবিদসকলৰ বাবে এক অভাৱনীয় উদগনি। মহান স্বপ্নদৰ্শীজন আজি আমাৰ মাজত নাথাকিব পাৰে— কিন্তু তেওঁৰ স্বপ্ন বাস্তৱায়িত হৈছে।

ড° সাৰাভাইৰ স্বপ্নক প্ৰফেছৰ সতীশ ধাৱানেহে বাস্তৱত ৰূপায়িত কৰিছিল। ১৯৭২ চনত তেওঁ 'ইছৰো'ৰ দায়িত্বভাৰ লোৱাৰ পিছত, অধ্যাপক ধাৱানে সংগঠনটোৰ আপডাল কৰাৰ উপৰি অন্তৰীক্ষ কাৰ্যক্ৰমৰ বিস্তৃত ৰূপৰেখা প্ৰস্তুত কৰিলে। তেওঁৰ চেষ্টাৰ ফলতেই ৰিম'ট্ ছেন্সিং আৰু কমিউনিকেশ্যন ছেটেলাইটৰ যোগেদি বহুতো গুৰুত্বপূৰ্ণ কাম সম্পন্ন হৈছিল আৰু বহুত লাভ হৈছিল। পোলাৰ উপগ্ৰহ প্ৰক্ষেপণ যানে ভাৰতৰ লগতে অন্য দেশৰো উপগ্ৰহক একেটা অভিযানতে ভিন ভিন কক্ষত স্থাপন কৰিলে।

উপগ্ৰহ উৎক্ষেপণ যানৰ ডিজাইন আৰু বিকাশ সাধন কৰি প্ৰথম উপগ্ৰহ উৎক্ষেপণ যানখন প্ৰক্ষেপণ কৰি ৰোহিণীক পৃথিৱীৰ ওচৰৰ কক্ষত স্থাপন কৰাৰ উদ্দেশ্যে মোক ১৯৭২ চনত যেতিয়া এছ এল ভি-৩ৰ প্ৰকল্প সঞ্চালক হিচাপে নিযুক্তি দিয়া হৈছিল তেতিয়া মই প্ৰফেছৰ ধাৱানৰ পৰা প্ৰবন্ধন সম্পৰ্কীয় এটা অতি গুৰুত্বপূৰ্ণ শিক্ষা লাভ কৰিছিলো। সেইটো হ'ল এই যে যেতিয়া প্ৰকল্প সঞ্চালক নিযুক্তি দিয়া হয় তেতিয়া গোটেই সংগঠনটোৱে— আনকি 'ইছৰো'ৰ অধ্যক্ষজনেও, তেওঁৰ সফলতাৰ বাবে কাম কৰে। মই যিমানবোৰ প্ৰকল্পত কাম কৰিছো সকলোতে এই শিক্ষাৰ স্থায়ী মূল্য উপলব্ধি কৰি আহিছো। প্ৰায় চল্লিশ বছৰৰো অধিক কাল তিনিটা বিভাগৰ বিভিন্ন প্ৰকল্প আৰু কাৰ্যক্ৰমত কাম কৰাৰ পাছত মই লাভ কৰা আন এটা শিক্ষা হ'ল— প্ৰকল্পটো তোমাতকৈ ঊৰ্ধ্বত— এই কথাটো যেতিয়ালৈকে তোমাৰ মনত থাকিব তেতিয়ালৈকে তুমি প্ৰকল্প সঞ্চালক হিচাপে সফলতা লাভ কৰিবা। য'তেই প্ৰকল্প সঞ্চালকজনে নিজক প্ৰকল্পটোতকৈ ডাঙৰ দেখুৱাব খোজে তাতেই উদ্যোগটোৰ ক্ষতিসাধন হয়।

আশীৰ দশকৰ প্ৰথম ভাগত মই বাংগালোৰ-স্থিত 'ইছৰো'ৰ মুখ্য কাৰ্যালয়ত প্ৰক্ষেপণ যানৰ কাৰ্যক্ৰম/প্ৰণালীৰ সঞ্চালক হিচাপে কাম কৰি থকাৰ কথা মনত পেলাইছো। তেতিয়া আমি প্ৰক্ষেপণ যানসমূহৰ কাম-কাজৰ কৃতিত্ব আৰু মিতব্যয়িতা সম্পৰ্কে চৰ্চা কৰি আছিলো। ১৯৮১ চনত তিৰুৱনন্তপুৰমৰ বিক্ৰম সাৰাভাই অন্তৰীক্ষ কেন্দ্ৰ (ভি এছ এছ চি)ৰ বৈজ্ঞানিকবিলাকে 'ইছৰো'ৰ আন আন কেন্দ্ৰৰ সহযোগত পি এছ এল ভিৰ এটা ৰচনা বিন্যাস বিকশিত কৰিছিল য'ত দুটা ডাঙৰ বুষ্টাৰ লগোৱা হৈছিল। উৰণৰ সময়ত পি এছ এল ভি-ৰ

ওজন হৈছিল প্ৰায় চাৰিশ টন। অধ্যাপক ধাৱানে ইয়াৰ এটা বিকল্প আৰু অধিক সৰল বিন্যাসৰ অধ্যয়ন কৰিব খুজিছিল। মই আৰু মোৰ কেইজনমান সহকৰ্মী— এ শিৱথানু পিল্লাই, এন সুন্দৰৰাজন আৰু কে পদ্মনাভ মেননে এটা সৰ্বশ্ৰেষ্ঠ বিন্যাসৰ বাবে অভিযান, আৰু তাৰ প্ৰযুক্তি আৰু কাৰ্যকাৰিতা বা সম্ভাৱনীয়তাৰ ওপৰত কাম কৰিলো। আমাৰ দলটোৱে কেইবাটাও বিকল্প বিন্যাস কৰিলে— তাত উন্নত আৰু মজবুত প্ৰপেলেণ্ট বুষ্টাৰযুক্ত কোৰ যানো অন্তৰ্ভুক্ত আছিল আৰু এছ এল ভি-৩ৰ প্ৰথম চৰণৰ ৰকেটৰ প্ৰয়োগ কৰা হৈছিল। ইয়াৰ ফলত পি এছ এল ভি-ৰ উৰণৰ সময়ৰ ওজন দুশ পঁসত্তৰ টনলৈ কমিল। অধ্যাপক ধাৱানে তেওঁৰ কাৰ্যালয়ৰ কাষতে থকা মোৰ অকণমানি কোঠাটোলৈ প্ৰায় সদায়েই আহি সম্ভাব্য বিন্যাসৰ পছন্দ-অপছন্দৰ ওপৰত বিচাৰ-বিশ্লেষণ কৰিছিলহি। তেওঁ নিজে এজন গণিত আৰু ছিষ্টেম ইঞ্জিনীয়াৰিঙৰ শিক্ষা থকা বায়ুগতি বিজ্ঞানৰ অগ্ৰণী বিশেষজ্ঞ আছিল। তেওঁ তেওঁৰ ধাৰণাবোৰ ব্লেকবোৰ্ডত দৃষ্টান্তসহ ব্যাখ্যা কৰি দি আমাক আৰু বেছিকৈ হোমৱৰ্ক কৰিবলৈ দিছিল। আমি পি এছ এল ভি-ৰ বিকাশৰ সম্ভাৱনীয়তাৰ ওপৰত চিন্তা-ভাৱনা কৰিলো— য'ত জি এছ এল ভিৰ বাবে ক্ৰায়'জেনিক ইঞ্জিনপ্ৰণালী আৰু ভূ-স্থিৰ উপগ্ৰহৰ প্ৰক্ষেপণৰ সম্ভাৱনীয়তাৰ ওপৰতো চৰ্চা কৰিলো। অধ্যাপক ধাৱানে দুটা আটাইতকৈ ভাল লগা বিন্যাস বিশেষজ্ঞ আৰু 'ইছৰো'ৰ দলৰ লগত আলোচনা কৰিবলৈ আগবঢ়ালে। দীৰ্ঘম্যাদী যোজনাৰ কথা মনত ৰাখি কৰা বহুতো পৰীক্ষা-নিৰীক্ষা, বিচাৰ-বিশ্লেষণৰ শেষত মোৰ উৎক্ষেপণ যানৰ দলটোৰ প্ৰস্তাৱ অনুসৰি পি এছ এল ভি বিন্যাসকে নিৰ্বাচন কৰিলে। অধ্যাপক ধাৱানে উপগ্ৰহ আৰু প্ৰয়োগ কাৰ্যক্ৰমৰ কথা মনত ৰাখি পি এছ এল ভি আৰু জি এছ এল ভি-ৰ ভৱিষ্যৎ সক্ৰিয়তাৰ কথা বিবেচনা কৰি সেই দুষ্প্ৰাপ্য বিন্যাস পছন্দ কৰিলে আৰু 'ইছৰো'ৰ পিছৰ পোন্ধৰ বছৰৰ বাবে এখন নক্সা তৈয়াৰ কৰিলে। মই অধ্যাপক নৰসিংহৰ লগ লাগি এখন কিতাপ উলিয়ালো। কিতাপখনৰ নাম হ'ল 'ডেভেলপমেণ্ট ইন ফ্লুইড মেকানিকছ এণ্ড স্পেচ টেকন'লজী'। কিতাপখনত অধ্যাপক ধাৱানে নিৰ্বাচিত কৰা পি এছ এল ভি-ৰ বিন্যাসৰ ওপৰত তেওঁ নিজ হাতে বনোৱা নক্সাখনো সন্নিবিষ্ট কৰিলো।

১৯৮২ চনৰ ৩১ মে'— এইটো মোৰ বাবে এটা স্মৰণীয় দিন। অধ্যাপক ধাৱানে মোক অনানুষ্ঠানিকভাৱে বিদায় দিলে। তেওঁ ভৱিষ্যৎ প্ৰক্ষেপণ যানৰ কাৰ্যক্ৰমৰ কথা আলোচনা কৰাৰ বাবে 'ইছৰো' পৰিষদৰ এখন বৈঠক আহ্বান কৰিলে। মই বিভিন্ন 'ইছৰো' কেন্দ্ৰৰ সঞ্চালকবিলাকৰ আগত আমাৰ প্ৰক্ষেপণ যানৰ কাম-কাজ, ইয়াৰ মিতব্যয়িতা আৰু বিকাশৰ ওপৰত এটা প্ৰতিবেদন

যুগুতাই দিলো। সেই প্রতিবেদনখন দিয়াৰ পিছতেই অধ্যাপক ধাৱানে বৈঠকৰ সকলোৰে দৃষ্টি আকৰ্ষণ কৰি ঘোষণা কৰিলে যে মোক ডি আৰ ডি অ'ৰ দায়িত্ব দিয়া হৈছে। এই সিদ্ধান্তই সঁচাকৈয়ে মোৰ জীৱনত এটা পৰিৱৰ্তন আনিলে। ইয়াৰ ফলতেই মই বিভিন্ন ক্ষেত্ৰত উন্নতি কৰিবলৈ ধৰিলো।

পি এছ এল ভি-য়ে কাম কৰি আছে আৰু জি. এছ. এল. ভি-ও সাজু— সোনকালে কাম আৰম্ভ কৰি দিব। ইয়াৰ লগে লগে আমি প্ৰক্ষেপণ যান প্ৰৌদ্যোগিকীত আত্মনিৰ্ভৰশীল হ'লো। আশীৰ দশকত অধ্যাপক ধাৱানে যি স্বপ্ন দেখিছিল আমি যেন তাৰ কাষ চাপিহে গ'লো। তেওঁৰ প্ৰচেষ্টাতেই 'ইছৰো'ৰ বুনিয়াদ মজবুত হ'ল আৰু অন্তৰীক্ষ কাৰ্যক্ৰমত সংগঠনৰ মৰ্যাদা বাঢ়ি গ'ল। ইয়াৰ ফলতেই 'ইছৰো' এক সফল সংগঠন হিচাপে প্ৰতিষ্ঠিত হ'ল। একোজন উত্তৰাধিকাৰীয়ে কাৰ্যক্ৰম একোটাক কিদৰে আগবঢ়াই নিয়ে তাৰে চায়েই নেতৃত্বৰ পৰীক্ষা কৰিব পাৰি। অধ্যাপক ইউ. আৰ. ৰাও আৰু ড° কে কস্তুৰীৰংগন দুয়ো 'ইছৰো' সংগঠনটোৰ বাবে আৰু বহুত সফলতা আৰু গৌৰৱ কঢ়িয়াই আনিলে। অৱসৰ গ্ৰহণ কৰাৰ পিছতো অধ্যাপক ধাৱানে অন্তৰীক্ষ আয়োগৰ সদস্য হিচাপে কাম-কাজ কৰি আছিল। এইদৰে তেওঁ নিজে জন্ম দিয়া সংগঠনটোৰ প্ৰতি সহায় আগবঢ়াই আছিল। উল্লেখযোগ্য যে অধ্যাপক ধাৱানে অন্তৰীক্ষ অভিযানক লৈ দেখা সপোন তেওঁৰ কাৰ্যকালতে সাকাৰ হোৱা প্ৰত্যক্ষ কৰিছিল। তেওঁ যিবিলাকক পঢ়ুৱাইছিল সিবিলাককো প্ৰযুক্তিবিদ্যাৰ ক্ষেত্ৰত সফলকাম হৈ দেশৰ বাবে উল্লেখযোগ্য অৱদান আগবঢ়োৱা তেওঁ জীৱনকালতে দেখিবলৈ পাইছিল।

ডি আৰ ডি অ'ত যোগদান কৰি মই ক্ষেপণাস্ত্ৰ বিকাশৰ কাম-কাজ আৰম্ভ কৰিলো। একীকৃত নিৰ্দেশিত প্ৰক্ষেপাস্ত্ৰ বিকাশ কাৰ্যক্ৰম (আই জি এম ডি পি— ইণ্টিগ্ৰেটেড্ গাইডেড্ মিছাইল ডেভেলপ্‌মেণ্ট্ প্ৰগ্ৰেম)ৰ বেলিকা অত্যাধুনিক প্ৰক্ষেপাস্ত্ৰৰ ডিজাইন নিৰ্মাণৰ ওপৰত প্ৰধানকৈ জোৰ দিয়া হৈছিল। ভূমিৰ পৰা ভূমিলৈ নিক্ষেপ কৰিব পৰা 'পৃথ্বী' সেইবিধৰ ভিতৰত সৰ্বশ্ৰেষ্ঠ বিবেচিত হৈছিল। ইয়াৰ সঠিক লক্ষ্যত আঘাত কৰিব পৰা ক্ষমতা, বিশ্বসনীয় প্ৰদৰ্শন আৰু কক্ষপথত বাগি মৰা কৌশল আদি প্ৰত্যক্ষ কৰি নিক্ষেপকাৰীবিলাকৰ মনত বৰ আনন্দ লাগিছিল। এছ এল ভি-৩ৰ প্ৰথম চৰণটোও লম্বা-দূৰত্ব প্ৰতিৰোধক হিচাপে 'অগ্নি'ৰ বাবে প্ৰস্তুত কৰা হৈছিল। ১৯৮১ চনত মোৰ দলটোৱে উদ্ভাবন কৰা কাৰ্যক্ৰম 'ৰেক্স' (আৰ ই এক্স- ৰিএণ্ট্ৰী এক্সপেৰিমেণ্ট)ৰ সহায়ত এইটো কৰা হৈছিল। 'পৃথ্বী' আৰু 'অগ্নি' দুয়োটাই উৎপাদন আৰু চামিল কৰিব পৰা অৱস্থাত। ভূমিৰ পৰা ভূমিলৈ নিক্ষেপ কৰিব পৰা 'ত্ৰিশূল' আৰু বিকাশৰ কাৰ্যক্ৰম শেষ হোৱাৰ লগে লগে 'আকাশ'— দুয়োটাই

সমসাময়িক ক্ষেপণাস্ত্র হ'ব। তৃতীয় 'পুৰুষ' (জেনাৰেশ্যন) বা পৰ্যায়ৰ 'এন্টি-টেংক্' ক্ষেপণাস্ত্র 'নাগ'য়ে এই শ্ৰেণীৰ ক্ষেপণাস্ত্ৰসমূহৰ ওপৰত প্ৰাধান্য বিস্তাৰ কৰিব। অন্তৰীক্ষ তথা প্ৰক্ষেপাস্ত্র কাৰ্যক্ৰমত কাৰিকৰী জটিলতাৰ বাবে বিলম্ব হোৱাৰ সম্ভাৱনা থাকে। কিন্তু সেইবাবে আমি ভয় খাব নালাগে বা কাম-কাজ বাদ দিব নালাগে। ভাৰতবৰ্ষই ক্ষেপণাস্ত্র অনাব লাগিব বুলি বিদেশৰ বিক্ৰেতা বা ভাৰততে থকা সিহঁতৰ সহযোগী বিলাকক প্ৰভাৱ বিস্তাৰ কৰিবলৈ দিব নালাগে। সংস্থানসমূহৰ সৈতে হোৱা মোৰ অভিজ্ঞতাৰ ভিত্তিত মই নিশ্চিত হৈছিলো যে এই ক্ষেত্ৰত সৰ্বশ্ৰেষ্ঠ প্ৰযুক্তি বিকশিত কৰাৰ আমাৰ দেশৰ ক্ষমতা আছে। ভাৰতে কাৰ্যকৰীভাৱে প্ৰক্ষেপ্ৰাস্ত্ৰ প্ৰৌদ্যোগিকী নিয়ন্ত্ৰণ ব্যৱস্থা (এম.টি.চি.আৰ.) নিয়ন্ত্ৰণ কৰিব পাৰে আৰু যি বিলাকে আমাক বিফল হোৱাটো বিচাৰে সিবিলাককো 'আমিও কৰিব পাৰো' এই মানসিকতা দেখুৱাই দিব পাৰে।

ক্ষেপণাস্ত্র প্ৰণালীৰ ডিজাইনৰ ক্ষমতা বিকশিত হোৱাৰ লগে লগে মই আই জি এম ডি পি-ৰ বাহিৰলৈ চকু দিলো। তেতিয়া 'চুপাৰ্চনিক ক্ৰুইজ মিছাইল'হে স্বাভাৱিক পৰিণতি যেন মোৰ ধাৰণা হ'ল, কিয়নো ই কৌশলভিত্তিক যুদ্ধৰ বাবে অত্যাৱশ্যকীয়। বহু দেশৰ হাতত 'ক্ৰুইজ মিছাইল' মজুত আছে যদিও সিবিলাক 'চুপাৰচনিক' (শব্দতকৈও বেছি বেগী) গতিৰে উৰে। আমাৰ সংস্থাই ৰাছিয়াৰ 'এন পি ও মেছিনোস্ত্ৰোয়েনিয়া' বুলি এটা সংস্থানৰ সহযোগত চুপাৰচনিক ক্ৰুইজ মিছাইল প্ৰণালী বিকশিত কৰাৰ বুজাবুজি কৰিলে। এই সহযোগিতা মৈত্ৰী আৰু সমান যোগ্যতাৰ ভিত্তিত কৰা হৈছিল।

মোৰ এন.পি.ও. মেছিনোস্ত্ৰোয়েনিয়াৰ মহানিৰ্দেশক আৰু আমাৰ সময়ৰ শ্ৰেষ্ঠ বিজ্ঞানী ড° এছ. এ. য়েফ্ৰেম'ভৰ সৈতে কটোৱা দিনবোৰৰ কথা মনলৈ আহিছে। তেওঁ সাত প্ৰকাৰৰ ক্ৰুইজ মিছাইল তৈয়াৰ কৰিছিল। সেইবোৰ ৰাছিয়াৰ নৌসেনাৰ অন্তৰ্ভুক্ত কৰিছিল। ১৯৯০ ৰ দশকৰ পৰিস্থিতিত উন্নত প্ৰযুক্তিনিৰ্ভৰ পৰিযোজনাত ভাৰত আৰু ৰাছিয়াৰ যুটীয়া উদ্যোগ স্থাপিত কৰাটো ড° য়েফ্ৰেম'ভ্ আৰু মোৰ বাবে এটা জটিল প্ৰশ্ন আৰু প্ৰত্যাহ্বান হৈ দেখা দিলে। যেতিয়াই মই ড° য়েফ্ৰেম'ভক লগ কৰো তেতিয়াই তেওঁক আমাৰ অধ্যাপক ধাৱান বা ৰকেট প্ৰযুক্তিবিদ্যাৰ জনক ড° ৱাৰ্নাৰ্ ভন্ ব্ৰাউনৰ দৰে মহান বিজ্ঞানী যেন বোধ হয়। ড° য়েফ্ৰেম'ভে মোক নিজৰ টেক্‌ন'লজী চেন্টাৰ-বিলাকলৈকো লৈ গৈ দেখুৱাইছিল। সাধাৰণতে কোনো বিদেশীলোকৰ প্ৰবেশাধিকাৰ নাছিল সিবিলাক কেন্দ্ৰত। তেওঁ মোক বন্ধুৰ দৰে জ্ঞান কৰিছিল। তেওঁ আনকি নিজৰ প্ৰয়োগশালাৰ ভিতৰত মোৰ বাবে ভাৰতীয় ভোজনৰো ব্যৱস্থা কৰিছিল। মই তেওঁক হায়দৰাবাদ স্থিত আমাৰ উন্নত মিছাইল প্ৰৌদ্যোগিকী

কেন্দ্ৰ — 'ৰিছাৰ্চ্ চেণ্টাৰ্ ইমাৰট্'লৈ লৈ গৈছিলো। তেওঁ আমাৰ অগ্ৰগতি দেখি সঁচাই উল্লসিত হৈছিল। আমাৰ বিজ্ঞানী মনবোৰ একাকাৰ হৈ গৈছিল। আমাৰ বন্ধুত্বও প্ৰগাঢ় হৈ উঠিছিল। আমাৰ যুটীয়া উদ্যোগৰ নাম দিলো 'ব্ৰহ্-মচ্'। এই নামটো দুটা নদীৰ নামৰ আধাৰত দিয়া হৈছিল— এটা ব্ৰহ্মপুত্ৰ, আনটো মস্কো। শিৱথানু পিল্লাই, ৰামনাথন, বেণু গোপালন আৰু ভাইচ্ এড্মিৰেল্ ভাৰত ভূষণে ৰাছিয়াৰ বিশেষজ্ঞৰ লগ লাগি এই যুটীয়া কাৰ্যক্ৰমক অন্তিম ৰূপ দিলে। শিৱথানু পিল্লাইক সৰ্বসন্মতভাৱে এই যুটীয়া উদ্যোগৰ মুখ্য কাৰ্যবাহী বিষয়া আৰু পৰিচালন সঞ্চালক হিচাপে নিযুক্তি দিয়া হৈছিল। একে সময়তে তেওঁ ডি আৰ ডি ও-ত ক্ষেপণাস্ত্ৰ গৱেষণা আৰু বিকাশ (আৰ এণ্ড ডি)ৰো মুখ্য নিয়ন্ত্ৰকৰ দায়িত্বত আছিল। চৰকাৰে এইটো এক ব্যতিক্ৰমী সিদ্ধান্ত লৈছিল, কিয়নো যুটীয়া উদ্যোগটোৰ সফলতাৰ বাবেই এই দ্বিত্ব দায়িত্ব এজনকে দিয়াটো প্ৰয়োজনীয় আছিল। ৰক্ষা অনুসন্ধান তথা বিকাশ প্ৰয়োগশালা (ডি আৰ ডি এল)ৰ শ্ৰেষ্ঠ প্ৰপালছন বৈজ্ঞানিক বেণু গোপালনক প্ৰকল্প নিৰ্দেশক হিচাপে নিযুক্তি দিয়া হৈছিল। এইদৰে এটা নতুন ধৰণৰ যুটীয়া উদ্যোগৰ জন্ম হ'ল। এই উদ্যোগে দুয়ো দেশৰ বিজ্ঞানীসকলক উন্নত প্ৰযুক্তিসৰ্বস্ব অস্ত্ৰ-শস্ত্ৰৰ ডিজাইন, বিকাশ, উৎপাদন আৰু বিপণনৰ ক্ষেত্ৰত একত্ৰিত কৰিছিল। দুয়োটা দলৰ মনত আনন্দ লাগিছিল। মোৰো আনন্দ লাগিবৰে কথা। ২০০১ চনৰ ১২ জুনৰ দিনাখন চণ্ডীপুৰস্থিত অন্তৰীণ পৰীক্ষণ স্থলিত 'ব্ৰহ্-মচ'ৰ প্ৰথম উৰণ কাৰ্যকৰী কৰা হ'ল। এইটো যুটীয়া উদ্যোগৰ প্ৰগতি প্ৰদৰ্শনকাৰী মাইলৰ খুটিস্বৰূপ। ২০০২ চনৰ ২৮ এপ্ৰিলৰ দিনা উৰোৱা দ্বিতীয় উৰণটোৱে প্ৰথমটোৰ পৰিণতি প্ৰদৰ্শিত কৰিলে। আমাৰ বাৱে সেয়া আছিল এক উৎসাহজনক ঘটনা।

ড° য়েফ্ৰেম'ভ্ আৰু মোৰ দুয়োৰে এটা কথাৰ বাবে আনন্দ লাগিছিল। ভাৰত আৰু ৰাছিয়া দুয়ো দেশে এইটো কথা উপলব্ধি কৰিছিল যে যুটীয়া উদ্যোগটোৰ প্ৰচেষ্টাত উন্নত অস্ত্ৰ-শস্ত্ৰ নিৰ্মাণ আৰু বিশ্বৰ বজাৰত সিবিলাকৰ প্ৰৱেশৰ বাবে দুয়োখন দেশক ওচৰ চপাই অনাত সহায়ক হ'ল। তথাকথিত উন্নত দেশসমূহৰ আগতেই উন্নত হাথিয়াৰৰ বিপণন কৰাৰ মোৰ যি স্বপ্ন আছিল সেই স্বপ্ন 'ব্ৰহ্-মচ'ৰ প্ৰচেষ্টাত সফল হৈ উঠিব। মূল পটভূমিৰ পৰা মই দূৰত থাকিলোৱেই যেনিৰা। যিটো দলৰ মই জন্ম দিছিলো সেই দলটোৱে কৃতিত্বৰে কাম সম্পন্ন কৰিছিল। সেইবাবেই মই বেছ সুখী।

দেশৰ 'মিল্কমেন' (দুগ্ধ ব্যৱসায়ী) হিচাপে প্ৰখ্যাত ড° ভাৰ্গিজ্ কুৰিয়েনে লেখা 'এন্ আন্‌ফিনিছ্দ্ ড্ৰীম্' (অনু.— এটি অসমাপ্ত স্বপ্ন) নামৰ গ্ৰন্থখন পঢ়িছিলো। এই গ্ৰন্থখনত তেওঁ লিখিছিল — 'ঘটনাক্ৰমে মই ডায়েৰী উদ্যোগৰ লগত যুক্ত হৈ গ'লো।' কিন্তু এজন ব্ৰিটিছ বিশেষজ্ঞই 'বম্বেৰ গাখীৰতকৈ

ৰোগজীৱাণুতত্ত্বৰ ফালৰ পৰা (বেক্টেৰিঅ'লজিকেলী) লণ্ডনৰ পয়ঃপ্ৰণালীও (নৰ্দমাৰ পানী) বহুত ভাল' — এইদৰে সমালোচনা কৰাত ডেকা কুৰিয়েনৰ বাবে সেইটো এক প্ৰত্যাহ্বান স্বৰূপ হ'ল। সেইবাবে তেওঁ কেবাদশকো ধৰি ডায়েৰী উদ্যোগৰ উন্নয়নত দেহে-কেহে লাগিল। তেওঁৰ আত্মোৎসৰ্গৰ বাবেই আজি আমাৰ দেশ দুগ্ধ উৎপাদনৰ ক্ষেত্ৰত অগ্ৰণী দেশ হিচাবে পৰিগণিত হৈছে।

মই আনন্দ্ যাত্ৰা কৰোতে এটা দিন তেওঁৰ লগত কটোৱাৰ সুযোগ পাইছিলো। আমূল ডায়েৰী প্ৰতিষ্ঠান চাওঁতে মই নিয়মিত কাম-কাজত 'মূল্য সংযোজন' (ভেলু এডিশ্যন্) নীতি প্ৰত্যক্ষ কৰিছিলো। এই সমবায় উদ্যোগটোৱে গাখীৰৰ উপৰিও মাখন, পনীৰ, আইচ্‌ক্ৰীম আদি আন উৎপাদসমূহৰ উৎপাদনো আৰম্ভ কৰি দিলে। সেই প্ৰচেষ্টাৰ ফলতেই আজিৰ প্ৰতিযোগিতামূলক বজাৰত ইয়াৰ স্থিতি মজবুত হৈছে। তেওঁৰ মতে 'দেশক অগ্ৰগতিৰ দিশত নিক্ষেপ কৰিব পৰা ৰাস্তাটো কি?'— বুলি মই তেওঁক সোধোতে উত্তৰত তেওঁ কৈছিল, 'আমাৰ দেশৰ তৰুণ বৃত্তিধাৰী আৰু দেশৰ কৃষক স্বৰূপ যি সম্পদ তাৰ আধাৰতেই মজবুত ভেঁটি নিৰ্মাণ কৰিব লাগিব। তেওঁলোকৰ সহযোগ অবিহনে আমি সফলতা লাভ কৰিব নোৱাৰো। তেওঁলোক জড়িত হ'লে আমি অকৃফল নহওঁ।'

বিজ্ঞানীসকলৰ কথা কৈ থাকোতে মোৰ এজন চিকিৎসা বিশেষজ্ঞৰ কথা মনলৈ আহিছে। তেওঁ হ'ল প্ৰফেছৰ কাক্‌ৰলা সুব্বা ৰাও। হায়দৰাবাদৰ ইণ্ডো-আমেৰিকান কেন্সাৰ ইনষ্টিটিউটত মই তেওঁক লগ পাইছিলো। 'কেন্সাৰ নিবাৰণ কৰিব নোৱাৰা অভিশাপ নেকি?' — মই তেওঁক এইবুলি প্ৰশ্ন এটা কৰিছিলো। তেতিয়া সাতসত্তৰ বছৰ বয়সীয়া এলবাৰ্ট আইনষ্টাইন ৰেডিঅ'লজী প্ৰফেছৰ গৰাকীয়ে উত্তৰ দিলে— 'হয়ো, আৰু নহয়ো।' 'হয়'— এইবাবেই যে আমি বংশানুক্ৰমে কিছুমান গুণ লাভ কৰো যিবোৰ গুণ কেন্সাৰে আক্ৰমণ কৰিব পাৰে। 'নহয়' — এইবাবেই যে হোৱা নোহোৱাটো আমাৰ নিজৰ প্ৰতিৰোধ ক্ষমতাৰ ওপৰত নিৰ্ভৰশীল। প্ৰতিৰোধ ক্ষমতাক মস্তিষ্কই কিদৰে প্ৰভাৱিত কৰে সেই সংক্ৰান্তীয় গৱেষণাৰ ফলতেই 'চাইকো-নিউৰো-ইম্মিউনোলজী' বুলি এটা নতুন ক্ষেত্ৰৰেই জন্ম হ'ল। এই ক্ষেত্ৰত উপলব্ধ নিদানসমূহে মানুহক কেন্সাৰ, এইড্‌ছ, চি এফ আই ডি এছ (ক্ৰনিক্ ফেটিগ্ ইম্মিউন্ ডিছ্‌ফাংছন্ চিন্‌ড্ৰ'ম্) আৰু আন আন প্ৰতিৰোধ-প্ৰণালী-সংক্ৰান্তীয় বিভিন্ন জটিল বেমাৰ-আজাৰৰ সৈতে মোকাবিলা কৰাত সহায় কৰিব। গৱেষণাৰ আন আন ক্ষেত্ৰসমূহৰ ভিতৰত ছাইকো-নিউৰো কাৰ্ডিঅ'লজী (পি এন চি) অৰ্থাৎ মস্তিষ্ক আৰু হৃদয়ৰ সংযোগৰ অধ্যয়ন, অথবা হিমোফীলিয়াত তেজ জমা হোৱাৰ দৰে ৰক্ত সম্বন্ধীয় বিকাৰত মস্তিষ্কৰ প্ৰভাৱ অৰ্থাৎ চাইকো-নিউৰো-হিমেটোলজী (পি.এন.এইচ্.)

আদি অন্তৰ্ভুক্ত। চিন্তা-ভাৱনাৰ ইমানেই শক্তি!

এনে ধৰণৰ বেমাৰ সমূহৰ চিকিৎসাৰ ক্ষেত্ৰত গভীৰ মনোযোগৰ প্ৰয়োজন। সেয়ে হ'লেও, চিকিৎসা শাস্ত্ৰই এইটো স্বীকাৰ কৰে যে আমাৰ মস্তিষ্কই গুৰুত্বপূৰ্ণ ভূমিকা ল'ব পাৰে।

**সাৰাংশ ঃ**

স্বপ্নই মনক প্ৰজ্জ্বলিত কৰে। ভাৰতক আজি জে আৰ ডি টাটা, বিক্ৰম সাৰাভাই, সতীশ ধাৱান আৰু ড° ভাৰ্গীজ কুৰিয়েন (মাত্ৰ কেইজনমানৰ নামহে দিয়া হ'ল) — এওঁলোকৰ দৰে প্ৰতিভাসম্পন্ন স্বপ্নদৰ্শীৰ প্ৰয়োজন। তেওঁলোকৰ দৰে মৰ্যাদাসম্পন্ন লোকেহে অভিযানধৰ্মী কাৰ্যক্ৰমত গোটেই প্ৰজন্মক জড়িত কৰাই সমগ্ৰ দেশৰ হিত সাধন কৰিব পাৰে।

## চতুৰ্থ অধ্যায়

# সৎ সঙ্গৰ শিক্ষা

'সমাজৰ উত্তৰোত্তৰ শ্ৰীবৃদ্ধিৰ বাবে দুটা দৰকাৰী কথা আছে। সম্পদ বৃদ্ধি বা উৎপাদনৰ জৰিয়তে সমৃদ্ধি লাভ কৰা আৰু মানুহৰ নৈতিক মূল্যবোধৰ উৎকৰ্ষ সাধন কৰা। এই দুয়োটাৰ সংযোগ সাধনে ৰাষ্ট্ৰক সঁচাকৈয়ে সমৃদ্ধ আৰু শক্তিশালী কৰে।'

মই আমাৰ যুৱ প্ৰজন্মক সদায় স্বপ্ন দেখিবলৈ উপদেশ দি আহিছো। এই বাণী সেই বোধৰ পৰাই উদ্ভূত যাৰ নিদানত আমাৰ আটাইৰে অভ্যন্তৰত সফলতাক আকৃষ্ট কৰা অনুকূল বাতাৱৰণ সৃষ্টি কৰাৰ যোগ্যতা অটুট আছে। শিশু অৱস্থাতে আইনষ্টাইনে প্ৰথম কম্পাছ যন্ত্ৰটো দেখি বাৰে বাৰে কম্পাছৰ কাঁটাডালৰ দিশ ঘূৰাই দিয়াৰ লগে লগে সি প্ৰতিবাৰেই দিশ সলনি কৰি নিজৰ যথাস্থানলৈ ঘূৰি গৈছিল। সেই কথাটোৱে আইনষ্টাইনক বাৰুকৈয়ে আশ্চৰ্যান্বিত কৰিছিল। কম্পাছৰ কাঁটাডাল চাই থকা বেমাৰটোৱে তেওঁক বাৰুকৈয়ে লম্ভিলে। কি অদৃশ্য শক্তিয়ে কম্পাছৰ সেই কাঁটাডালক ঘূৰাই দিয়ে সেইটো বুজাৰ বাবে তেওঁ অনবৰতে চেষ্টা কৰি আছিল। সেই শক্তিনো ক'ত থাকে? কোনেবা সেই শক্তিক নিয়ন্ত্ৰণ কৰে? ই সদায় কেনেকৈ সক্ৰিয় হৈ থাকে? কিহেৰে বা নিৰ্মিত সেই বস্তুটো? এনে কোনো ঠাই আছেনে য'ত ই সক্ৰিয় হ'ব নোৱাৰিব? দৰাচলতে, পৃথিৱীৰ চুম্বকীয় শক্তিয়েই কম্পাছৰ দিশ বুজোৱা কাঁটাডালক অনবৰতে টানি থাকে। পৃথিৱীৰ চৌম্বক ক্ষেত্ৰৰ উত্তৰ-দক্ষিণ অক্ষৰেখাত থকা এটুকুৰা ক্ষুদ্ৰাতিক্ষুদ্ৰ চুম্বকে এই কাম কৰি থাকে! কিন্তু সেইটোৱেই একমাত্ৰ বিশেষত্বনে?

কাম-কাজত আমি সহজে চুম্বকীয় ক্ষেত্ৰ লক্ষ্য কৰো। কিন্তু আমাৰ গ্ৰহৰ সকলোতে থকা সত্ত্বেও আমি ইন্দ্ৰিয়ৰ সহায়ত ইয়াক আৱিষ্কাৰ কৰিব নোৱাৰো। তেনেহ'লে যুক্তিগ্ৰাহ্যভাৱে ই আমাৰ ভিতৰতো আছে।

সেইদৰে মহাকাশেদি ঘূৰি থাকোতে আমাৰ গ্ৰহ অনবৰতে গতিশীল হৈ আছে। গ্ৰহৰ প্ৰতিটো বস্তুৱেই এই গতিৰ অন্তৰ্বৰ্তী — কিন্তু আমাৰ দৃষ্টিত আটাইবোৰকে নিশ্চল যেন লাগে। মই এই গ্ৰহত আছো — আৰু সেইদৰে ইয়াক গতিশীল কৰা শক্তিৰেই অংগ। যি শক্তি গ্ৰহৰ মূল সত্তা বা অস্তিত্ব সিয়েই আমাৰ ভিতৰতো আছে।

ডায়াৰে এইবুলি যুক্তি দিছে যে আমি মনেৰে কামনা কৰা সকলো বস্তুকে পাবৰ বাবে এই জাগতিক শক্তিৰ প্ৰয়োগ কৰিব পাৰো — কাৰণ আমি যিহকে কামনা কৰো সি আমাৰ ভিতৰতে থাকে। ইয়াৰ বিপৰীত অৱস্থাটোও সত্য।

বিজ্ঞান আৰু আধ্যাত্মিকতা যিবোৰ বিষয়ত সমকেন্দ্ৰাভিমুখী হয় সেইবোৰ

চিন্তাকে মনত লৈ মই এবছৰৰ ভিতৰতে কেইখনমান অতুলনীয় ঠাই ভ্ৰমণ কৰাৰ সুযোগ বাহিৰ কৰিলো। সিবোৰৰ বেছিভাগেই মোৰ বাবে নতুন ঠাই। বহুদিনৰ ৰাপ থকা সত্ত্বেও উদ্ভাৱন কৰিব নোৱাৰা কিছুমান বিষয়ৰ জ্ঞান মই সেই ঠাইবোৰলৈ গৈ লাভ কৰিলো। যেনে ধৰক, সাধু-সন্ন্যাসীৰ জগতখন মোৰ বাবে অনাৱিষ্কৃত হৈ আছিল। মই দৰ্শন কৰা আধ্যাত্মিক স্থানবোৰত বিভিন্ন গতি-বিধিৰ বিভিন্ন কাম-কাজ দেখিলো। তাৰে এঠাইত নৈতিক আদৰ্শৰ ওপৰত নিৰ্ভৰশীল শিক্ষাৰ প্ৰচলন প্ৰত্যক্ষ কৰি মই বৰকৈ আকৃষ্ট হ'লো। আন এঠাইত প্ৰাচীন বিজ্ঞানক আধুনিক বিজ্ঞানৰ সৈতে সমন্বিত কৰাৰ প্ৰচেষ্টা দেখিলো। তাত প্ৰাচীন কালৰ বিকাশৰ সম্যক ধাৰণা কৰাৰ বাবে সংস্কৃত পুথি-পাঁজিৰ সহায় লোৱা হৈছিল। এজন চুফী সন্ত বিভিন্ন ধৰ্ম বা বিশ্বাসত আসক্ত লোকৰ বাবে কেনেকৈ চুম্বক বা আকৰ্ষণৰ কেন্দ্ৰবিন্দু হ'ব পাৰে সেইটোও দেখিলো। গুৰু এজনৰ লগত মই বিজ্ঞান আৰু আধ্যাত্মিকতাৰ সমিল-মিলকৰণৰ বিষয়টো গভীৰভাৱে চৰ্চা কৰিলো। এজন পুণ্যাত্মাই ধৰ্ম অৱলম্বনকো নেওচা দি কিদৰে পীড়িতসকলৰ বাবে চিকিৎসালয়, বিদ্যাৰ্থীৰ বাবে স্কুল-কলেজ-বিশ্ববিদ্যালয়ৰ দৰে শিক্ষাৰ আলয় আৰু মানুহৰ বাবে খোৱা পানী যোগানৰ আঁচনি ৰূপায়িত কৰিব পাৰে তাকো দেখিলো। এঠাইত আকৌ কেন্সাৰৰ দৰে দুৰাৰোগ্য ব্যাধিত আক্ৰান্ত বেমাৰী লোকৰ যন্ত্ৰণা লাঘৱ কৰাৰ চেষ্টা চলোৱা হৈছে। এটা কেন্দ্ৰ পালো য'ত নেকি চিকিৎসা বিজ্ঞান আৰু ধ্যান (যোগাভ্যাস)ৰ সম্পৰ্ক স্থাপিত কৰাৰ প্ৰচেষ্টা চলাই থকা হৈছে।

মই যাত্ৰা আৰম্ভ কৰিছিলো ২০০১ চনৰ ১৩ জুনৰ দিনা। সিদিনাখন মই আহমেদাবাদৰ স্বামীনাৰায়ণ সংস্থাৰ প্ৰমুখ স্বামী মহাৰাজক সাক্ষাৎ কৰিলো। 'বিজ্ঞান আৰু আধ্যাত্মিকতাৰ মিলন আৰু ৰাষ্ট্ৰৰ বিকাশত ইয়াৰ ভূমিকা'— এই বিষয়টোৰ ওপৰত মই স্বামীজীৰ সৈতে প্ৰায় এঘণ্টা ধৰি আলোচনা কৰিলো। স্বামীজীৰ সৈতে হোৱা মোৰ সেই আলোচনাটো প্ৰশ্ন আৰু উত্তৰ অনুসৰি হুবহু তুলি দিয়াৰ লোভ সামৰিব নোৱাৰিলো।

**আব্দুল কালাম (আ. কা.) ঃ** স্বামীজী! ১৮৫৭ চনৰে পৰা ভাৰতৰ এটা স্বপ্ন আছিল — স্বাধীন ৰাষ্ট্ৰ হোৱাৰ। জাতি হিচাপে আমি স্বাধীনতা লাভ কৰোতে নবৈ বছৰ লাগিল। সেই সময়খিনিতেই ডেকা-বুঢ়া, ধনী-নিৰ্ধনী, সাক্ষৰ-নিৰক্ষৰ থকা সমগ্ৰ জাতিটোৱে একেটা লক্ষ্য আগত ৰাখিয়েই মাৰ বান্ধি ওলাই আহিছিল। সকলোৱে বোধগম্য আৰু কেন্দ্ৰাভিমুখী লক্ষ্য আছিল — স্বাধীনতা লাভ। স্বামীজী, এতিয়া তেনেকুৱা স্বপ্ন কি হ'ব পাৰে? যোৱা পঞ্চাশ বছৰ ধৰি ভাৰতবৰ্ষ এখন উন্নয়নৰ দিশেৰে আগবঢ়া দেশ। তাৰ মানে, আৰ্থিকভাৱে দেশখন টনকিয়াল নহয়, সামাজিকভাৱে সুস্থিৰ নহয়, নিৰাপত্তাৰ দিশত

স্বনিৰ্ভৰশীল নহয়; সেইবাবেই আমাৰ দেশখনক উন্নয়নশীল (উন্নয়ন কৰি থকা — ডেভেলপিং) দেশ বুলি কোৱা হয়। টাইফেক (টি আই এফ এ চি — টেক্‌ন'লজী ইনফৰমেশ্যন, ফ'ৰকাষ্টিং এণ্ড এছেছমেণ্ট কাউন্সিল)ৰ পাঁচশজন সদস্যই ভাৰতবৰ্ষৰ পৰৱৰ্তী স্বপ্ন কি হোৱা উচিত সেই সম্পৰ্কে চিন্তা-ভাৱনা কৰিছে। অহা বিশ বছৰৰ ভিতৰত উন্নয়নশীল (ডেভেলপিং) দেশ এখনক আমি কিদৰে উন্নত (ডেভেলপ্‌ড্‌) দেশলৈ ৰূপান্তৰিত কৰিব পাৰিম? দেশখনত পৰিৱৰ্তন অনাৰ বাবে আমি পাঁচটা ক্ষেত্ৰ চিনাক্ত কৰিছো — শিক্ষা আৰু স্বাস্থ্যৰ যত্ন, কৃষি, সূচনা আৰু যোগাযোগ, সংৰচনা বা কাঠামো আৰু জটিল প্ৰযুক্তিবিদ্যা। স্বামীজী! আমাৰ সমস্যা হ'ল আমি এইটো চৰকাৰৰ হাতত দিব পাৰো। কিন্তু এই বৃহৎ স্বপ্ন এটাক আগুৱাই নিয়াৰ বাবে মূল্যবোধত উদ্বুদ্ধ এচাম মানুহ আমি কিদৰে সৃষ্টি কৰিম? মূল্যবোধক আগস্থান দিয়া এচাম সংগঠিত নাগৰিকৰ প্ৰয়োজন। অন্যথা দেশৰ সম্পদৰাশি ফলপ্ৰসূভাৱে প্ৰয়োগ কৰিব পৰা নাযাব— এইটো আমি দেখিয়েই আছো। স্বামীজী! এইবোৰ বিষয়ত আমি আপোনাৰ পৰা সুপৰামৰ্শ বিচাৰো।

**স্বামীজী ঃ** এই পাঁচটাৰ লগত আৰু এটা যোগ কৰিব লাগিব। ভগৱানৰ ওপৰত বিশ্বাস আৰু আধ্যাত্মিকতাৰ জৰিয়তে মানুহৰ বিকাশ সাধন। এইটো বৰ দৰকাৰী। প্ৰথমতে আমি এটা নৈতিক আৰু আধ্যাত্মিক বাতাৱৰণ সৃষ্টি কৰিব লাগিব। বৰ্তমানৰ অপৰাধ আৰু দুৰ্নীতিৰ জলবায়ুৰ পৰিৱৰ্তন সাধিব লাগিব। পুৰণি ধৰ্মগ্ৰন্থৰ বিধান অনুসৰি আৰু ভগৱানৰ ওপৰত বিশ্বাস অটুট ৰাখি বাচি থকা মানুহৰ প্ৰয়োজন। ইয়াৰ বাবে আমি মানুহৰ অন্তৰত বিশ্বাস প্ৰোথিত কৰিব লাগিব। এই ব্যৱস্থাই পৰিৱেশ সুচল কৰিব। তেতিয়া আমাৰ সমস্যাবোৰৰ সমাধান হ'ব আৰু আমি সপোন দেখি থকা সম্পদ লাভ কৰিব পাৰিমইঁক!

**আ. কা. ঃ** স্বামীজী! ভাৰতবৰ্ষক পৰিৱৰ্তিত কৰাৰ এনে এক বৃহৎ স্বপ্নক আগুৱাই নিবলৈ আমি প্ৰথমে এক আধ্যাত্মিক পৰম্পৰাৰ সৃষ্টি কৰিব বা মানুহৰ অন্তৰত আৰু বেছি আধ্যাত্মিক প্ৰৱণতা জগাব লাগিব নেকি? তাৰ পিছতহে আমি স্বপ্ন পূৰণৰ লক্ষ্যত প্ৰবৃত্ত হ'ব বা তাৰ পিছতহে আমি শিক্ষা বা স্বাস্থ্যৰ দৰে ক্ষেত্ৰসমূহত মনোনিবেশ কৰিব লাগিব নেকি? অথবা সকলোবিলাকৰ সংযোগ সাধন কৰি একে সময়তে কাম আৰম্ভ কৰিম নেকি?

**স্বামীজী ঃ** সকলো কামত আমি যুগপৎ আগবাঢ়িব লাগিব। দেশৰ উন্নতিৰ বাবে তোমাৰ দলটোৱে চিনাক্ত কৰা পাঁচখন ক্ষেত্ৰৰ কাম একেলগে চলাই নিব লাগিব আৰু সমান্তৰালভাৱে আধ্যাত্মিকতাৰো সমাবেশ ঘটাব লাগিব। আমাৰ সংস্কৃতিয়ে আমাক 'পৰা' (আধ্যাত্মিক) আৰু 'অপৰা' (জাগতিক বা সাংসাৰিক)

— দুয়োটা বিদ্যা (জ্ঞান)ৰেই শিক্ষা দিছে। সেইবাবে 'অপৰা বিদ্যা'ৰ লগতে মানুহে 'পৰা বিদ্যা'ও জানিব লাগিব। এইটো শিক্ষা হ'লে 'অপৰা (সাংসাৰিক জ্ঞান) বিদ্যা' ধৰ্ম আৰু আধ্যাত্মিকতাৰ ভেটিত প্ৰতিষ্ঠিত হ'ব। এটা কথা সকলোৱে মনত ৰাখিব লাগিব যে ঈশ্বৰৰ বিধানত সৃষ্টিৰ মূল লক্ষ্য হ'ল এই যে প্ৰতিজন বক্তি — প্ৰতিটো আত্মাই সুখ-শান্তি অৰ্থাৎ নিৰ্বাণ বা মুক্তি লাভ কৰক!

**আ. কা. ঃ** এই মহান স্বপ্নক সাকাৰ কৰাৰ বাবে তিনি ধৰণৰ মানুহৰ দৰকাৰ— 'পুণ্য আত্মা' (ন্যায়বান ব্যক্তি), 'পুণ্য নেতা' আৰু 'পুণ্য অধিকাৰী' (ন্যায়ৱান বিষয়া)। এই তিনি ধৰণৰ মানুহৰ সংখ্যা আমাৰ সমাজত বাঢ়ি গ'লে আমাৰ ভাৰতবৰ্ষ এদিন 'জগদ্‌গুৰু' (গোটেই বিশ্বৰ নেতা) হ'বগৈ। এই সংখ্যা বঢ়োৱাৰ উপায় কি?

**স্বামীজী ঃ** স্কুল-কলেজবিলাকত শৈক্ষিক আৰু বৈজ্ঞানিক প্ৰশিক্ষণ দিয়াৰ লগে লগে আধ্যাত্মিক প্ৰশিক্ষণো দিয়া। বৰ্তমানে স্কুল-কলেজৰ পাঠ্যক্ৰমৰ পৰা আধ্যাত্মিক শিক্ষা উঠাই দিয়া হৈছে। যিটো সৰুৰে পৰা শিকিব লাগে সেইটোকে উপেক্ষা কৰা হৈছে। মাত্ৰ শৈক্ষিক জ্ঞানহে দি থকা হৈছে। কিন্তু আৰম্ভণিৰে পৰা, অৰ্থাৎ জন্মৰে পৰা মানুহক মূল্যবোধৰ শিক্ষা দিব লাগে। তেতিয়াহে মানুহ গুণৱান হ'ব। আমাৰ ধৰ্মগ্ৰন্থবিলাকৰ জ্ঞানৰ উপৰি সাধু-সন্ন্যাসীবিলাকৰ শিক্ষাকো পাঠ্যক্ৰমৰ অন্তৰ্ভুক্ত কৰিব লাগে। যিসকল সামাজিক, আধ্যাত্মিক আৰু ৰাজনৈতিক নেতাক আমি সন্মান কৰোঁ তেওঁলোকৰ ভিতৰত আৰম্ভণিৰে পৰা সঠিক মূল্যবোধৰ স্ফুৰণ ঘটে। অতীত কালত তেনেবোৰ মূল্যবোধ গুৰুকুল পদ্ধতিৰ শিক্ষা ব্যৱস্থাৰে শিকোৱা হৈছিল। ৰাজকুমাৰেই হওক অথবা ছালছিগা ভিকহু বা ডাল-দৰিদ্ৰই হওক, আটায়ে একেলগে বিদ্যা-শিক্ষা গ্ৰহণ কৰিছিল। শিক্ষাসদী পাঠ্যক্ৰমৰ উপৰি, এনে ধৰণৰ পাঠাভ্যাসো কৰোৱা হৈছিল — 'সতম্ বদ' (সঁচা কথা ক'বা), 'ধৰ্মম্ চৰ' (ধৰ্মৰ পথেদিহে বাট বুলিবা), আনৰ সেৱা কৰিবা আৰু ভগৱানৰ ওপৰত বিশ্বাস ৰাখিবা।

**আ. কা. ঃ** স্বামীজী, চৰকাৰৰ বিধি-বিধান বা আইন-কানুনে সু-নাগৰিকৰ জন্ম দিব নোৱাৰে। আধ্যাত্মিক অনুষ্ঠানবিলাকে পাৰিবনে? নিজৰ সতি-সন্তানক পোন্ধৰ বছৰ বয়সলৈকে নীতি-শিক্ষা দি পথ নিৰ্দেশ কৰাৰ বাবে পিতৃ-মাতৃসকলক আপুনি উপদেশ দিব পাৰিবনে? একে ধৰণে, প্ৰাথমিক বিদ্যালয়সমূহতো ওজাদেউসকলে এইবোৰ ছাত্ৰ-ছাত্ৰীৰ মনত সুমুৱাই দিব লাগিব। আমি এইবোৰ নকৰিলে বা কৰিবলৈ অপাৰগ হ'লে চৰকাৰে নিজৰ ফালৰ পৰা সৎ আৰু সাধু নাগৰিকৰ জন্ম দিব নোৱাৰে। স্বামীজী, মোৰ ধাৰণাবোৰ শুদ্ধনে?

**স্বামীজী ঃ** এৰা, সেইটো সঁচা। নিশ্চিত সত্য। আৰম্ভণিৰে পৰা আমি কৈ

আহিছো যে পিতৃ-মাতৃয়ে নীতি শিক্ষাৰ জ্ঞান দিব লাগে ঘৰত, শিক্ষকসকলে বিদ্যালয়ত, আৰু গুৰুৱে পিছৰ জীৱনত।

**আ. কা. :** স্বামীজী! মই প্ৰথমবাৰ ক্ষেপণাস্ত্ৰ প্ৰক্ষেপণ কৰিবলৈ গৈ অসফল হৈছিলো। কিন্তু 'ইছৰো'ৰ সমৰ্থনত শক্তি লাভ কৰি মোৰ দলটোৱে সেই অসফলতাৰ লগত যুঁজি সফলতা লাভ কৰে। টিৰুবল্লুৱৰে এই অনুভূতিৰ কথাকে 'টিৰুক্কুৰল'ত বৰ্ণিত কৰিছে — 'যেতিয়াই অসফলতা আহে তেতিয়াই তাক হাঁহি হাঁহি প্ৰত্যাহ্বান জনোৱা।'

**স্বামীজী :** মানুহৰ মনত এনে মহৎ চিন্তা থাকিলে অন্তৰত দেশপ্ৰেমৰ অংকুৰণ হোৱাটো স্বাভাৱিক কথা। সেই কাৰণেই আমি কওঁ — আৰম্ভণিৰে পৰা আধ্যাত্মিক জ্ঞান দিলে নিজৰ দেশ, সমাজ আৰু ধৰ্মৰ প্ৰতি আপোনাআপুনি প্ৰেম আৰু গৰ্বৰ ভাব জন্মে। আধ্যাত্মিক মূল্যৰ ওপৰতে আমাৰ জীৱনৰ ভেঁটি নিৰ্মিত হ'ব লাগিব।

**আ. কা. :** আধ্যাত্মিক শক্তি দৰকাৰী। ইয়াৰ লগতে অৱশ্যে আমাৰ অৰ্থনৈতিক শক্তিও থাকিব লাগিব; কিয়নো শক্তিৰ জৰিয়তেহে পৃথিৱীত সন্মান লাভ কৰিব পাৰি। দুয়োটাৰে সংযোগ সাধন আৱশ্যক। দুয়োটাকে লাভ কৰাৰ বাবে আছে এটাই উত্তৰ — শ্ৰম। কঠোৰ শ্ৰম কৰিবই লাগিব।

**স্বামীজী :** আমি প্ৰায়েই কওঁ — 'মনুষ্যৰ প্ৰয়াস আৰু ভগৱানৰ দয়া'। প্ৰথম ক্ষেপণাস্ত্ৰ প্ৰক্ষেপণত তুমি অকৃতকাৰ্য হোৱাটো তোমাৰ বাবে বৰং মংগলেই হ'ল। সেই অসফলতাই তোমাক ভাল কাম কৰাৰ বাবে উদগনি দিলে। ভগৱানে অৱশেষত তোমাক সফলতা দিলে।

**আ. কা. :** ভাৰতবৰ্ষৰ বিকাশৰ বাবে মই পাঁচজন একে দৃষ্টিভংগীৰ ব্যক্তিৰ সৈতে এটি ন্যাস স্থাপন কৰাৰ ইচ্ছা কৰিছো। ন্যাসটোৰ নাম হ'ল — 'ভিজন ২০২০' (২০২০ৰ স্বপ্ন)। ইয়াৰ বাবে মই আপোনাৰ আশীৰ্বাদ বিচাৰিছো।

**স্বামীজী :** ভগৱানৰ কৃপাদৃষ্টি তোমাৰ ওপৰত আছেই। ভগৱন্তৰ ওচৰত মই প্ৰাৰ্থনা জনাম যাতে তোমাৰ স্বপ্ন পূৰণ হয়। ভাৰতবৰ্ষ আৰ্থিক আৰু আধ্যাত্মিক দুয়ো ফালেদি বিকশিত হওক। মই ক'ব বিচাৰিছো— আধ্যাত্মিক সম্পদ যিমানে শক্তিশালী হ'ব সম্পদৰ আন আন প্ৰকাৰ বা ৰূপবিলাকো সিমানে শক্তিশালী হ'ব। তুমি অকল পাৰ্থিৱ সম্পদৰহে বৃদ্ধি কৰিলে মানুহ এদিন বিলাসিতা আৰু সাংসাৰিক সুখ-ভোগত নিমজ্জিত হৈ যাব। আধ্যাত্মিকতাই তেওঁক আকৌ ঘূৰাই আনিব পাৰে আৰু প্ৰাত্যহিক সুখ-স্বাচ্ছন্দ্যৰ উৰ্ধ্বত উঠাৰ বাবে সহায় কৰিব। বাস্তৱত, যিটো আমাক সঁচাই দৰকাৰ আমি সেইটো কাঢ়িথহে দিওঁ। আমি আন আটাইবোৰ বস্তুৰ যোগান ধৰো— যেনে কাপোৰ-কানি, খাদ্য, আশ্ৰয়। ইয়াৰ লগতে আমি আধ্যাত্মিক সম্পদবো দিহা কৰিব

লাগে। এটা কথা মনত ৰখা ভাল— মানুহে প্ৰয়োজনতকৈ বেছি বা ওপৰঞ্চি অৰ্থ আৰু ক্ষমতা অৰ্জন কৰিলে নিজৰ পতনহে মাতি আনে। তাৰ লগতে অসহিষ্ণুতা আৰু ধ্বংস। নিজৰ ওপৰত নিয়ন্ত্ৰণো হেৰুৱাই পেলায়।

তুমি আজি ইয়ালৈ আহি ভাল কৰিলা। তোমাৰ আগমনে আমাক বহুত আনন্দ দিছে। অতীতৰ ঋষিবিলাকেও আমাক বিজ্ঞান দি গৈছে। তুমিও এজন ঋষিয়েই!

* * *

২০০১ চনৰ ছেপ্টেম্বৰ মাহত মই আজমীৰত চুফী সন্ত খ্বাজা ময়নুদ্দিন চিষ্টিৰ দৰগাহ শৰীফলৈ গৈছিলো। খ্বাজা ময়নুদ্দিন চিষ্টি গৰীব নাৱাজ নামেহে বেছি জনাজাত আছিল। ইয়াতেই ১২৫৬ খ্ৰীষ্টাব্দত, ১১৪ বছৰ বয়সত সন্ত বাবাই নিৰ্জন কুঠৰীত সোমাই ছয়দিন ধৰি খোদাতাল্লাৰ ওচৰত দোৱা কৰিছিল। তাৰ পিছত তেওঁ নশ্বৰ দেহ ত্যাগ কৰে। দৰগাহৰ চাৰিওফালে প্ৰদক্ষিণ কৰোতে সেই পৱিত্ৰ ধামৰ শান্ত-সৌম্য সৌন্দৰ্যই মোক অভিভূত কৰিলে। আঠশ বছৰ পূৰ্বে আৰবৰ পৰা এজন সন্ত ভ্ৰমণলৈ আহিছিল। তেওঁ বহু ঠাই পৰিভ্ৰমি অৱশেষত আজমীৰ পালেহি। সেই পৱিত্ৰ ধামখনৰ পাৰ্শ্ববৰ্তী এলেকাত সুখে-সন্তোষে বাস কৰি থকা ভিন ভিন জাতিৰ মানুহবোৰক তেওঁ একত্ৰিত কৰিলে।

খ্বাজা গৰীব নাৱাজৰ শিক্ষা আৰু বাণীসমূহ অসাধাৰণ গুণবিশিষ্ট আছিল। তেওঁৰ তেনেই সৰল শিক্ষাবোৰে পাষাণ হৃদয়ো ভেদ কৰিব পাৰিছিল। তেওঁৰ স্নেহভৰা এটি দৃষ্টিয়ে নৃশংস শত্ৰুকো নীৰৱ কৰি দিছিল। বিশ্বজনীন প্ৰেম আৰু শান্তিৰ বতৰা লৈ তেওঁ পৃথিৱীৰ বুকুলৈ আহিছিল। তেওঁৰ উত্তৰাধিকাৰী চিষ্টি চুফীসকলে তেওঁ এৰি থৈ যোৱা মহান পৰম্পৰা অব্যাহত ৰাখিছে। তেওঁলোক ৰাষ্ট্ৰীয় সংহতিৰ সঁচা পথিকৃৎ।

খ্বাজা চাহেবৰ শিক্ষাবোৰ কেইবাখনো গ্ৰন্থত সন্নিৱিষ্ট হৈছে। তেওঁৰ মতে, যাৰ নদীৰ দৰে বিশালতা আৰু মনস্বিতা আছে, সূৰ্যৰ দৰে উদাৰতা-দয়া আছে আৰু ধৰিত্ৰীৰ দৰে নম্ৰতা আছে তেওঁ ভগৱানৰ আটাইতকৈ ওচৰৰ ব্যক্তি। খ্বাজা চাহেবে কৈছিল— দৰিদ্ৰতাৰ মাজতো প্ৰসন্ন হৈ থকা, ভোকতো তৃপ্ত হৈ থকা, দুখ-যাতনাৰ মাজতো আনন্দত থকা আৰু শত্ৰুতাৰ ক্ষেত্ৰতো মিত্ৰতাৰ হাত আগবঢ়াব পৰাজনহে মহান চৰিত্ৰৰ লোক। এই মহান সন্তজনৰ মতে, নৰকৰ শাস্তিৰ পৰা পৰিত্ৰাণৰ একমাত্ৰ পথ হ'ল ভোকাতুৰজনক অন্ন দিয়া, দুঃখীতজনৰ কষ্টৰ লাঘব কৰা আৰু আৰ্তজনক

সহায় কৰা। খ্বাজা চাহেবে আৰিফৰ ৰূপত আমাক এটা আদৰ্শ দিছে — যিজনে মৃত্যুক বন্ধুৱৎ ভাবিছিল, আৰামক শত্রু জ্ঞান কৰিছিল আৰু প্ৰত্যহ ভগৱানৰ আৰাধনা কৰিছিল। এজন আৰিফৰ ভয় আছে; তেওঁ সন্মান কৰে আৰু তেওঁৰ লাজ-চৰমো আছে।

আমি নিজক আৰিফৰ দৰে চলাব নোৱাৰো কিয়? মই ভাবি আচৰিত হওঁ। কোনো কাৰ্য কৰাৰ আগে আগে নিজকে এই প্ৰশ্নটো সোধা ঃ 'মই যি কথা ক'বলৈ বা যি কাম কৰিবলৈ ওলাইছো সি মোৰ বাবে শান্তি আনিবনে?' ডায়াৰে কৈছে — 'যদি উত্তৰটো ইতিবাচক হয় তেনেহ'লে সৰ্বান্তঃকৰণে আগবাঢ়া, তেতিয়া তুমি নিজৰেই সৰ্বোচ্চ চেতনাৰ প্ৰবুদ্ধি লাভ কৰিবা। উত্তৰটো নেতিবাচক হ'লে তোমাৰ অহংভাবৰ প্ৰতি সতৰ্ক হ'বা — কাৰণ এই অহংভাবে অহৰহ তোমাৰ ভিতৰত কাম কৰি থাকে। এই অহংভাৱেই যত অনৰ্থৰ মূল — কাৰণ ই তোমাক সকলোৰে পৰা — আনকি ঈশ্বৰৰ পৰাও, বিচ্ছিন্ন কৰে। খ্বাজা চাহেবৰ পুণ্য ধামত মই এটাই কণ্ঠ শুনিলো — যি কণ্ঠই তোমাক নিজক লৈয়েই শান্তিত থাকিবলৈ কয়।

দেখাত এখন ছবিৰ দৰে লগা আৰাবলী পৰ্বতত আজমীৰ অৱস্থিত। দৰগাহ শৰীফৰ বাদেও ইয়াত পুণ্যতোয়া পুষ্কৰ হ্ৰদ আছে। এই দুই পুণ্য ধাম যেনিবা ভাৰতবৰ্ষৰ দুই প্ৰধান ধৰ্মৰ মাজত বৰ্তি থকা দীৰ্ঘদিনীয়া সৌহাৰ্দ্য। আজমীৰ এখন শান্তিপূৰ্ণ সমাজৰ শ্ৰেষ্ঠ নিদৰ্শন। এই সৌহাৰ্দ্যৰ দ্বাৰা প্ৰভাৱিত হৈ মই তাত নামাজ পঢ়িলো। তাৰ পাৰিপাৰ্শ্বিক দৃশ্যাই মোক ঠিক তেনেকুৱা অৱস্থানৰ আন দুখন ধৰ্মস্থানৰ কথা মনত পেলাই দিছিল। এখন হ'ল নাগ'ৰ দৰগাহ, আনখন বেলানকন্নীৰ গীৰ্জা।

২০০১ বৰ্ষৰ ২ অক্টোবৰৰ দিনাখন কেৰালাৰ কোল্লমৰ নিকটৱৰ্তী অমৃতানন্দময়ীৰ অমৃতা ইনষ্টিটিউট অব্ কম্পিউটাৰ টেকন'লজী চাবলৈ গৈছিলো। মোৰ লগত গৈছিল ইণ্ডিয়ান ইনষ্টিটিউট অব্ ছাইন্সৰ অধ্যাপক এন বালকৃষ্ণণ আৰু ভি এছ এছ চি-ৰ সঞ্চালক জি মাধৱন নায়াৰ। তাত মই প্ৰায় এহেজাৰজন ডেকা বিদ্যাৰ্থী, শিক্ষক, ব্ৰহ্মচাৰী আৰু স্বামীক সম্বোধন কৰি বক্তৃতা দিছিলো। মই বাছি লোৱা বিষয়টো আছিল — 'Multi Dimensions of Knowledge Products' (জ্ঞান-উৎপাদনৰ বিভিন্ন মাত্ৰা বা দিশ)। বিদ্যাৰ্থীবিলাকৰ মাজত নতুন ধাৰণা গ্ৰহণ কৰাৰ প্ৰবল ইচ্ছা পৰিলক্ষিত হ'ল। তেওঁলোকে কৰা প্ৰশ্নবিলাকত তেওঁলোকে যে অকল প্ৰযুক্তিবিদ্যাৰ উন্নয়নৰ বিষয়টোতেই আগ্ৰহ দেখুৱাইছিল এনে নহয়, সৎ জীৱন যাপনৰ আদৰ্শ গ্ৰহণ কৰাৰ ইচ্ছাও প্ৰদৰ্শন কৰিছিল। ছাত্ৰ-ছাত্ৰীবিলাকৰ লগত কথা-বতৰা শেষ হোৱাৰ পিছত মই 'আম্মা'ক লগ ধৰিলো। মোৰ জীৱনৰ এইটো এটা ডাঙৰ অভিজ্ঞতা।

তেওঁ মানুহক দি থকা বতৰাটো আছিল — মানুহে নিজক কেনেকৈ ভগৱানৰ ওচৰলৈ নিব পাৰে? মই এটা কথা ভাবি বিস্মিত হৈছিলো — কি অসাধাৰণ প্ৰচেষ্টাৰে তেনে এক বিশাল অনুষ্ঠান নিৰ্মাণ কৰিব পাৰে য'ত হাস্পতাল গঢ়ি উঠিছে, উচ্চ প্ৰতিভাসম্পন্ন ছাত্ৰ-ছাত্ৰীৰ বাবে মেনেজমেণ্ট স্কুল আছে আৰু সমাজৰ আৰ্থিকভাৱে দুৰ্বল মানুহৰ বাবে গৃহ নিৰ্মাণৰ আঁচনিও আছে। মোৰ অনুসন্ধিৎসাৰ ফলতে আম্মা আৰু আন আন সন্ন্যাসীৰ লগত এখন আলোচনা অনুষ্ঠিত হ'ল। যদিও সেই অনুষ্ঠানটোত জ্ঞানৰ মূল বিষয়বিলাকৰ শিক্ষা দিয়া হয় আৰু অভিযন্তা, মেডিকেল ডাক্তৰ, মেনেজমেণ্টৰ স্নাতক আৰু বিজ্ঞানৰ গৱেষণা কৰা স্কলাৰ আদিৰ সৃষ্টি কৰি আহিছে, তথাপি তেওঁলোক আজিও ব্যক্তিকেন্দ্ৰিক বিশেষজ্ঞতাৰ ক্ষেত্ৰত সীমাবদ্ধ অৱস্থাতে আছে। হঠাতে আম্মাই ক'লে, 'কিবা এটা হেৰুৱাইছে। কেনেকৈ সংযোগ সাধন কৰা যায়?'

তেওঁৰ কথাত প্ৰতিভাবিলাকক এক সমূহীয়া উদ্দেশ্যৰ বাবে একজোঁট কৰাৰ ইংগিতকে দিছিল তেওঁ।

ৰাজকোটৰ খ্ৰাইষ্ট্ কলেজত অনুষ্ঠিত হ'বলগীয়া এখন সমাৰোহত ভাগ লোৱাৰ বাবে মই প্ৰস্তুত হৈ আছিলোঁ। এনেতে ৰামকৃষ্ণ মিছনৰ স্বামী নিখিলেশ্বৰানন্দৰ পৰা এটা তলব আহিল। স্বামীজীয়ে তেওঁৰ আশ্ৰমখন চাই অহাৰ বাবে মোক অনুৰোধ কৰিছিল। তেওঁৰ অনুৰোধ স্বীকাৰ কৰিবই লাগিব। খ্ৰাইষ্ট্ কলেজৰ সমাৰোহৰ পিছতে মই কোবাকুবিকৈ আশ্ৰমলৈ গ'লো। তেতিয়া সন্ধিয়া ভজন গোৱাৰ সময়। ভজন গায়কসকলৰ শান্ত-সমাহিত আৰু নিৰুদ্বেগচিত্তে গোৱা বন্দনা শুনি অভিভূত হৈ ক'ব নোৱৰাকৈয়ে মই তেওঁলোকৰ লগত বহি পৰিলো। প্ৰায় পোন্ধৰ মিনিটমান সময় মই ধ্যানত নিমজ্জিত হৈ থাকিলো। মহাত্মা গান্ধীৰ জন্মস্থান পোৰবন্দৰৰ স্বামী বিবেকানন্দ হ'লত ধ্যান কৰোতে মোৰ গাত যি কম্পন হৈছিল সেই একে কম্পনকে মই ইয়াতো অনুভৱ কৰিলো।

২০০১ চনৰ ৬ অক্টোবৰ। সিদিনা কাশীৰ শংকৰাচাৰ্যবিলাকে ওচৰৰ শ শ গাঁৱৰ পৰা অহা খেতিয়কবিলাকৰ এখন গুৰুত্বপূৰ্ণ সমাবেশৰ আয়োজন কৰিছিল। তেওঁলোকৰ উদ্দেশ্য আছিল জ্ঞান আধাৰিত গ্ৰামীণ বিকাশৰ ধাৰণাৰ মাধ্যমেৰে সংহত উন্নয়নৰ কাম-কাজ আৰম্ভ কৰা। মোকো সেই সমাবেশত ভাগ ল'বলৈ আমন্ত্ৰণ কৰিছিল। ভিন ভিন ৰাজনৈতিক দলৰ অনুগত পঞ্চায়তৰ মুৰব্বীসকলে একেই উদ্দেশ্যে কাশীত গোট খালেহি। তাত আটায়ে 'গ্ৰামাঞ্চলত নগৰীয়া সা-সুবিধা প্ৰৱৰ্তন (প্ৰভাইড আৰবান ফেচিলিটিজ ইন ৰুৰেল এৰিয়াজ, সংক্ষেপে — 'পুৰা') এনে এটা আঁচনিৰ যোগেদি উন্নয়নৰ ওপৰত আলোচনা-বিলোচনা হোৱাৰ কথা। তাত ধৰ্মীয় নেতাবিলাকেও উন্নয়নমূলক কাৰ্যসূচী

কেন্দ্ৰীভূত কৰাত হাত উজান দিয়া দেখি মই তবধ মানিছিলো।

সভাখন শেষ হোবাৰ পিছত দুয়োজন আচাৰ্যই মোক এক আছুতীয়া বৈঠকলৈ মাতি নিলে। স্বামী জয়েন্দ্ৰ সৰস্বতীগলে হেলিকপ্টাৰ দুৰ্ঘটনাৰ খবৰ লৈ মোক আশীৰ্বাদ দিলে। স্বামী বিজয়েন্দ্ৰ সৰস্বতীগলে মোক এইবুলি বতৰা দিলে যে এটা তিনিশ বছৰীয়া প্ৰাচীন মছজিদৰ মৌলবীজনে মোক মছজিদটোলৈ লৈ যাবলৈ আহি মঠতে ৰৈ আছেহি। স্বামীজীয়ে মোক মছজিদটোলৈ যাবলৈ পৰামৰ্শ দিলে।

তেওঁৰ বতৰাই মোক পৰমাচাৰ্যৰ সময়ৰ এক দশক পুৰণি ঘটনা এটালৈ মনত পেলাই দিলে। ভূতপূৰ্ব ৰাষ্ট্ৰপতি আৰ ভেংকটৰমণে মোক এই ঘটনাটোৰ বিষয়ে কৈছিল। শ্ৰীযুত ভেংকটৰমণে মোক কাশী মঠৰ নিচেই কাষতে থকা মছজিদটোলৈ আঙুলিয়াই দেখুৱাইছিল। আজি কেইবছৰমানৰ আগতে মছজিদ জমায়ত (কৰ্তৃপক্ষ বা পৰিচালনা সমিতি) আৰু জিলা প্ৰশাসনে লগ লাগি মছজিদটো বৰ্তমান ঠাইৰ পৰা আন এক সুবিধাজনক ঠাইলৈ স্থানান্তৰ কৰাৰ বাবে সিদ্ধান্ত ল'লে। কিয়নো ইয়াৰ বৰ্তমানৰ অৱস্থানটো মঠ আৰু মছজিদ দুয়োটাৰ বাবেই অসুচল আছিল। সেই ঐতিহাসিক মছজিদটো দৰ্শন কৰিবলৈ অজস্ৰ মানুহ আহে। মঠটোলৈকো মানুহৰ লানি নিছিগা সোঁত। তাৰ ফলত ঠাইখনত যান-বাহনৰ চলাচল বৰকৈ বাধাপ্ৰাপ্ত হৈছিল। মঠৰ তৰফৰ পৰা নতুন ঠাইখনত মছজিদটো নতুনকৈ নিৰ্মাণ কৰি দিয়া হ'ব। কিবাকৈ এই খবৰটো পৰমাচাৰ্যৰ কাণত পৰিলগৈ। তেওঁ এই সিদ্ধান্তৰ প্ৰবল বিৰোধিতা কৰিলে। তেওঁ ক'লে, 'দৰাচলতে ৰাতিপুৱা চাৰে চাৰি বজাত মছজিদৰ পৰা অহা নামাজৰ ধ্বনিয়েই মোক প্ৰাতঃকালীন পূজা-পাঠৰ বাবে টোপনিৰ পৰা জগাই দিয়ে।' আন আন বহু কাৰণত তেওঁ মছজিদটোৰ স্থানান্তৰকৰণৰ বিৰোধিতা কৰিছিল। এই কথাটো তেওঁ জিলা প্ৰশাসনৰ লগতে মছজিদ কৰ্তৃপক্ষকো স্পষ্টভাৱে অৱগত কৰিছিল। ইয়াৰ পিছৰে পৰা পৰমাচাৰ্যই 'মৌন বিৰধম' (মৌনব্ৰত) অৱলম্বন কৰিলে। অৱশেষত যেনিবা মছজিদৰ স্থানান্তৰকৰণ বন্ধ হ'ল।

পিছত মই সেই মছজিদটোলৈ গৈ তাৰ মৌলবী আৰু কাজীক লগ ধৰিলো আৰু নামাজো পঢ়িলো। তাত প্ৰায় পঞ্চাশজন বিদ্যাৰ্থীয়ে পৱিত্ৰ কোৰ্‌আনৰ পাঠাভ্যাস কৰি আছিল। ময়ো সিহঁতৰ কাষতে বহি লৈ পৱিত্ৰ কোৰ্‌আনক মূৰ্ত কৰা সুৰ 'অলহাম্‌থু' আওৰাবলৈ ক'লো। কাশীত মোৰ একে সময়তে হোৱা বেদমন্ত্ৰৰ ধ্বনি আৰু কোৰ্‌আন শৰীফৰ সুৰধ্বনি শুনাৰ সৌভাগ্য হৈছিল। তাতেই নিহিত আছে ভাৰতাত্মাৰ অবিনশ্বৰতাৰ নিগূঢ় মৰ্ম আৰু মহানতা। কাশীৰ সেই জ্ঞান অভিমুখী অগ্ৰগামিতাৰ যি লঠন সি পৃথিৱীৰ সমগ্ৰ মানৱ জাতিক আলোকৰ সন্ধান দিব পাৰিবনে?

শংকৰ কলেজ অব্ ইঞ্জিনীয়াৰিঙত সংস্কৃতৰ অধ্যাপক, ছাত্ৰ-ছাত্ৰী আৰু শিক্ষকৰ উপস্থিতিত এখন সমাৰোহ অনুষ্ঠিত হৈছিল। সমাৰোহত শংকৰাচাৰ্যই অধ্যক্ষতা কৰিছিল। সেই বৈঠকত এইটো মই স্পষ্টভাৱে অনুমান কৰিছিলো যে প্ৰাচীন সংস্কৃত সাহিত্য অজস্ৰ বৈজ্ঞানিক সত্য আৰু তত্ত্ব বিশ্লেষণৰ ভঁৰালস্বৰূপ। তাত আনকি উৰাজাহাজ নিৰ্মাণ কৌশলৰ পাঠো আছে। সংস্কৃত সাহিত্য-পদাৰ্থবিদ্যা, ৰসায়ন শাস্ত্ৰ, চিকিৎসা শাস্ত্ৰ আৰু আয়ুৰ্বেদ শাস্ত্ৰ — এনেবোৰ বিষয়ৰ প্ৰামাণিক দস্তাবেজ। এইটো কথাত সকলোৱে সহমত পোষণ কৰিছিল যে আমাৰ প্ৰাচীন শাস্ত্ৰজ্ঞ পণ্ডিত আৰু বিজ্ঞানীবিলাকৰ কৰ্মসমূহ সামগ্ৰিকভাৱে পৰীক্ষা-নিৰীক্ষা কৰি সম্ভৱস্থলত আধুনিক বিজ্ঞানৰ সৈতে সিবোৰৰ সমন্বয় সাধন কৰিব লাগে।

অধ্যাপক ৰামা ৰাও আৰু মোলৈ হোৱাইট্‌ফিল্ডত থকা 'শ্ৰীশ্ৰী সত্য সাই ইনষ্টিটিউট অব্ হায়াৰ লাৰ্নিং'ৰ পৰা এটা নিমন্ত্ৰণ আহিল। পুৱা সাত বজাত প্ৰভাতফেৰীৰে দিনটোৰ কাৰ্যসূচী আৰম্ভ হৈছিল। প্ৰভাতফেৰীৰ পিছতে কাব্যশৈলীৰে দিয়া ভাষণ। আমাৰ অহংভাব পৰিহাৰ কৰি অন্তৰৰ পৰা কেনেদৰে ঘৃণা আৰু বিদ্বেষ আঁতৰাই তাৰ ঠাইত প্ৰেমৰ স্ফুৰণ ঘটাব পাৰি— সেয়ে আছিল বক্তৃতাৰ মূল বিষয় বা আহ্বান। ভক্তৰ দ্বাৰা বেষ্টিত হৈ সাইবাবা সেই ঠাইলৈ শুভ আগমন কৰাৰ লগে লগে মানুহৰ সমস্ত দুখ-কষ্ট, দুৰ্গতি, আলৈ-আহুকাল আদি নিমিষতে অন্তৰ্হিত হোৱা যেন পৰিলক্ষিত হ'ল।

২০০২ চনৰ জানুৱাৰী মাহত হোৱাইট্‌ফিল্ডতে অনুষ্ঠিত হোৱা আয়ুৰ্বিজ্ঞান প্ৰযুক্তি আৰু স্বাস্থ্যৰক্ষা (মেডিকেল টেকন'লজী এণ্ড হেল্‌থ কেয়াৰ) শীৰ্ষক সন্মিলন এখনত মই ভাগ লৈছিলো। ৰাতিপুৱা ৯-৩০ বজাত আৰম্ভ হৈ গধূলি ৮ বজাত শেষ হোৱা সন্মিলনৰ গোটেইখিনি সময় সাইবাবা উপস্থিত আছিল। প্ৰতিজন বক্তাক আশীৰ্বাদ দিছিল। প্ৰযুক্তি বিদ্যাই মানব জীৱন কিদৰে ৰূপান্তৰিত কৰিব পাৰে তাৰ প্ৰকৃষ্ট উদাহৰণ আমি বনোৱা 'কাৰ্ডিয়াক ষ্টেণ্ট'— এই প্ৰসংগৰ ওপৰত মই মাত্ৰ পাঁচ মিনিটৰ চমু ভাষণটো দি আঁটোৱাৰ লগে লগে তেওঁ থিয় হৈ মোক আশীৰ্বাদ দিলে। তাকে দেখি উপস্থিত সমজুৱাই বিপুল হৰ্ষধ্বনি কৰিলে।

সন্মিলনখনত তেওঁৰ আগ্ৰহ দেখি মই অভিভূত হ'লো। তাৰ আগতে হোৱাইট্‌ফিল্ডৰ বিশেষ সা-সুবিধাৰে ভৰা হাস্পতালখন দেখিও মই বাৰুকৈয়ে অভিভূত হৈছিলো। চেন্নাইত পানীৰ সংকটে দেখা দিয়া বুলি তেওঁক জনোৱা হৈছিল। তেওঁ চেন্নাইৰ পানীৰ সংকট দূৰ কৰিব বুলি ঘোষণা কৰাৰ লগে লগে তাত মানুহৰ আনন্দ-আবেগ উথলি উঠা এটা হৃদয়স্পৰ্শী অৱস্থাৰ সৃষ্টি হ'ল।

২০০২ চনৰ ৩ ফেব্ৰুৱাৰীৰ দিনাখন মাউণ্ট্ আবুত অৱস্থিত ব্ৰহ্মাকুমাৰী

আধ্যাত্মিক বিদ্যালয় দৰ্শন কৰিবলৈ গৈয়ো মোৰ এটা অসাধাৰণ আধ্যাত্মিক অনুভৱ হৈছিল। দাধী গুৰ্জৰ নামে তাৰে এগৰাকী ভক্তৰ গাত ব্ৰহ্মাকুমাৰীবিলাকৰ ইষ্টদেৱতা শিৱবাবাই লম্ভিছিল। মোৰ চকুৰ আগতে তেওঁৰ চেহেৰাৰ পৰিৱৰ্তন ঘটিবলৈ ধৰিলে। তেওঁৰ মুখখন তেজোময় হৈ উঠিল। গুৰু-গম্ভীৰ মাতেৰে তেওঁ চাৰিবিধ পৰম অমূল্য সম্পদৰ কথা ক'লে— জ্ঞান, যোগ, ধৰ্ম আৰু সেৱা। শিৱথানু পিল্লাই, সেল্‌ৱামূৰ্তি আৰু মই— আমি তিনিও পৰম সৌভাগ্যৱান আছিলো — কিয়নো তেওঁ আমাৰ তিনিওজনকে মঞ্চলৈ মতাই নি আশীৰ্বাদ দিলে। আমাক আশীৰ্বাদ দিওঁতে তেওঁ কৈছিল— 'ভাৰতবৰ্ষ সমগ্ৰ ধৰাৰ বুকুতে ধুনীয়া দেশ হ'ব।'

মই ব্ৰহ্মাকুমাৰী বিদ্যালয়ৰ অধীনস্থ গ্লোবেল হাস্পতাল এণ্ড ৰিছাৰ্চ চেণ্টাৰত হৃদপিণ্ডৰ ধমনীৰ বেমাৰ (কৰ'ন্যাৰী আৰ্টাৰী ডিজিজ — চি এ ডি)ত চিকিৎসাধীন হৈ থকা আৰু সকলোৱে 'দিলৱালা' (উদাৰ) বুলি মতা ৰোগীবিলাকৰ লগত কথা-বতৰা পাতিলো। এই হাস্পতালৰ অধ্যক্ষ আছিল ডাক্তৰ প্ৰতাপ মিধা। মই আগৰ অধ্যায়ৰ শেষৰ ফালে উনুকিয়াই অহা কথা এটা এই ৰোগীবিলাকৰ লগত হোৱা কথা-বতৰাৰ পৰা আৰু স্পষ্ট হ'ল। কথাটো হ'ল— দেহ আৰু মনৰ সংযোগ মানুহৰ শাৰীৰিক, মানসিক আৰু আধ্যাত্মিক কল্যাণৰ বাবে অতি আৱশ্যকীয় সঞ্জীৱনী শক্তি। মোৰ এক বন্ধু, ডাক্তৰ ডব্লিউ. সেল্‌ৱামূৰ্তিয়ে বহু বছৰ ধৰি ক্লিনিকত কাম কৰা অভিজ্ঞতাৰ ভিত্তিত দাবী কৰিছিল যে ধ্যান আৰু যোগাভ্যাসে তাৎপৰ্যপূৰ্ণভাৱে নৰিয়াৰ যাতনা বহুলাংশে উপশম কৰে। প্ৰতিৰক্ষা মন্ত্ৰীৰ বিজ্ঞান উপদেষ্টাৰ পদত কাম কৰি থাকোতে মই ডিফেন্স ইনষ্টিটিউট অব্ ফিজিঅ'লজী এণ্ড এলাইড চাইন্সেজ (ডি আই পি এ এছ)ৰ জৰিয়তে কেইটামান পৰীক্ষা-নিৰীক্ষা চলোৱাৰ সুবিধা পাইছিলো। সেই পৰীক্ষা-নিৰীক্ষাত দেহ আৰু মনৰ সংযোগত বেমাৰ চিকিৎসাৰ নতুন অগ্ৰগতিও অন্তৰ্ভুক্ত আছিল। ডাক্তৰ প্ৰতাপ মিধা আৰু ডাক্তৰ সেল্‌ৱামূৰ্তিয়ে মিলি হৃদযন্ত্ৰৰ ৰোগত ভোগা বেমাৰীৰ চিকিৎসাৰ এক অতুলনীয় পদ্ধতি বাহিৰ কৰিলে। দুবছৰ আগতে এই প্ৰকল্পটোৰ অগ্ৰগতি পৰ্যালোচনা কৰোতে প্ৰায় ষাঠিজন ৰোগীৰ স্বাস্থ্যৰ ক্ৰমান্বয়ে উন্নতি হোৱা বুলি মোক জনোৱা হৈছিল। বৰ্তমানে ইয়াৰ আৰু অগ্ৰগতি হৈছে আৰু প্ৰায় চাৰিশজন ৰোগীয়ে বহুখিনি সকাহ পোৱা বুলি জনালে। এই চিকিৎসা পদ্ধতিত মানসিক চাপ বা উত্তেজনাৰ নিয়ন্ত্ৰণৰ বাবে ৰাজযোগ ধ্যানৰ জৰিয়তে জীৱন-শৈলীৰ ওপৰত হস্তক্ষেপ, 'উচ্চ-লিপিডেমিয়া'ৰ সম্ভাৱনা ৰোধ কৰাৰ বাবে 'লো-ফেট হাই-ফাইবাৰ' (কম-চৰ্বি আৰু বেছি আঁহযুক্ত) খাদ্যাভ্যাস, নিয়মীয়া এৰোবিক ব্যায়াম আৰু কাৰ্ডিঅ'-ভেছ্‌কুলাৰ (হৃদ্‌যন্ত্ৰ আৰু ৰক্তবাহী শিৰা) আৰু বিপাকীয় ক্ষমতা উন্নত কৰাৰ

বাবে খোজকঢ়া আদি অন্তৰ্ভুক্ত। মই আশা কৰো— চিকিৎসা পদ্ধতিয়ে শাৰীৰিক আৰু মানসিক দুয়ো ধৰণে ৰোগৰ চিকিৎসা গ্ৰহণত বেছিকৈ গুৰুত্ব দিব।

আগৰ বাৰ মই মাউণ্ট্ আবুৰ ব্ৰহ্মাকুমাৰী আধ্যাত্মিক বিদ্যালয়লৈ যাওঁতে ছিষ্টাৰ উষাই কিছুদিনৰ আগেয়ে বিদ্যালয়লৈ অহা ত্ৰিশজনী ব্ৰহ্মাকুমাৰীৰ সৈতে মোক সংঘ আলোচনা (গ্ৰুপ ডিছকাছন)ত ভাগ ল'বলৈ ক'লে। উৎসাহ-উদ্যমত উথলি উঠা ব্ৰহ্মাকুমাৰী কেইগৰাকীৰ উজ্জ্বল চকু-মুখ দেখি মোৰ বৰ ভাল লাগিল। নৈশ-ভোজনৰ পিছৰ বৈঠকত মই পাল অনুসৰি তেওঁলোকক জীৱনৰ লক্ষ্যৰ বিষয়ে সুধিলো। তেওঁলোকৰ আটাইৰে উত্তৰ আছিল সৰ্বসন্মত — আধ্যাত্মিক প্ৰয়াসেৰে মানুহৰ সেৱা কৰা। ডাক্তৰ সেল্‌বামূৰ্তি আৰু মই এটা তামিল কবিতা আবৃত্তি কৰি অভিভূত হ'লো। তামিল কবিতাটো এহাজাৰ বছৰৰ পূৰ্বে অৱয়াৰে ৰচনা কৰি থৈ গৈছিল। কবিতাটোৰ ভাবানুবাদ এনেধৰণৰ ঃ

'মানৱ জীৱন লাভ কৰা অতিকে দুৰ্লভ
তাতোকৈ দুৰ্লভ নিঘূণীয়া হৈ জন্ম পোৱা
নিঘূণীয়া হৈ জন্ম পালাই যেনিবা
জ্ঞান আৰু শিক্ষা লাভো তেনেই কঠিন
কোনোবা এজনে শিক্ষা আৰু জ্ঞানাৰ্জন কৰিলেই বা
তেতিয়াও তপ আৰু প্ৰাৰ্থনা কৰা সহজ নহয়
যিজনে তপ আৰু পূজা-পাঠ কৰে
ঠিক জানিবা
তেওঁৰ বাবে সৰগৰ দুৱাৰ
প্ৰত্যহ খোলা থাকে।'

তাৰ পিছত, কিদৰে থুম্বাৰ বিছপগৰাকীয়ে আমাক অন্তৰীক্ষ অনুসন্ধান আস্থান স্থাপিত কৰাৰ বাবে গীৰ্জাৰ মালিকানাধীন ভূমি হস্তান্তৰ কৰাৰ বাবে অনুমতি দিছিল সেই কাহিনীটো মই ব্ৰহ্মাকুমাৰী কেইগৰাকীৰ আগত বৰ্ণনা কৰিলো। (এই গ্ৰন্থৰ তৃতীয় অধ্যায়ত এই কাহিনীটো বৰ্ণিত হৈছে।)। এই কাহিনীটোৰ পৰা কি সিদ্ধান্তত উপনীত হ'ব পাৰি? — মই তেওঁলোকক সুধিলো। ব্ৰহ্মাকুমাৰীসকলে তুৰন্তে সঁহাৰি জনাই ক'লে, আমাৰ সভ্যতা এক সমৃদ্ধ সভ্যতা। এই সভ্যতাই আমাক অগ্ৰগামী চিন্তা, সুসমন্বয় আৰু পাৰস্পৰিক বুজাবুজিৰ মাজেদি আগুৱাই যোৱাৰ বাবে প্ৰেৰিত কৰে। এনেকুৱা এখন মহান ৰাষ্ট্ৰ আৰু ইয়াৰ মানুহৰ মাজত সাম্প্ৰদায়িক সংঘৰ্ষ কিয় লাগে? মই ভাবো — জাতি এটাৰ স্বপ্ন বা অন্তৰ্দৃষ্টি নাথাকিলে সংকীৰ্ণ মানসিকতাই আধিপত্য বিস্তাৰ কৰে।

মানৱ জাতিৰ কল্যাণৰ হকে বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ ফল লাভ কৰিবলৈ বিজ্ঞান আৰু আধ্যাত্মিকতাৰ ঐক্যসাধন অতি আৱশ্যকীয়। ১৯১১ চনত শ্ৰীঅৰবিন্দই 'ছং অব্ হিউমেনিটি' (অনু.— মানৱতাৰ জয়গান)ত লিখিছে ঃ

'এনেকুৱা এটা সময় আহিব যেতিয়া ভাৰতীয় মনে ইয়াক আবৰি থকা এন্ধাৰ দূৰ কৰিব। দ্বিতীয় বা তৃতীয় স্তৰৰ চিন্তা কৰা বা মতামত দিয়া বন্ধ কৰিব। আৰু নিজৰ সংস্কৃতি আৰু পৰম্পৰাক প্ৰতিভাত কৰি সম্পূৰ্ণ স্বাধীনচিতীয়া মনেৰে বিচাৰ কৰা আৰু অনুসন্ধান কৰাৰ অধিকাৰ সাব্যস্ত কৰিব।'

দৰিদ্ৰতাৰ বন্ধনমুক্ত হৈ আমি তেনেকুৱা এটা ভৱিষ্যতৰ বাবেই কাম কৰি যাব লাগিব।

মই যিমানবোৰ ঠাইলৈ গৈছো সকলোতে সেই এটা বাণীয়েই বৰ্তি আছিল— তোমাৰ অভ্যন্তৰত এটা উচ্চ আত্মা আছে। ই পাৰ্থিৱ সংসাৰৰ সীমা অতিক্ৰম কৰি যায়। মই মোৰ দেউতাৰ অভ্যন্তৰত এনে এক উচ্চ আত্মাৰ অৱস্থিতি অনুভৱ কৰিছিলো।

ইমান বছৰে মই পৰিস্থিতি নিৰ্বিশেষে সৌম্যভাব বা মানসিক স্থিৰতা অটুট ৰখাৰ শিক্ষা লাভ কৰিছো। মই অসফলতা আৰু নৈৰাশ্যৰ মুখামুখি হৈছো-— কিন্তু পৰাজিত বুলি কোনোদিনে অনুভৱ কৰা নাই। জীৱনৰ বাকী দিনকেইটা মই শান্তিৰে নিজৰ আৰু আনৰ লগত যাপন কৰিব বিচাৰো। আনৰ সৈতে হাই-কাজিয়াত প্ৰবৃত্ত হোৱাৰ ইচ্ছা নাই।

সীমা অতিক্ৰমি যাবলৈ কৰা প্ৰয়াসত ব্যক্তিৰ সন্মুখত এই প্ৰত্যাহ্বানেই আছে।

এই প্ৰসংগতে পৱিত্ৰ কোৰ্‌আনৰ সূৰা এটা মোৰ মনলৈ আহিছে ঃ

'হে পয়গম্বৰ!
তুমি মানুহৰ আগত জাহিৰ কৰা
যিয়ে তোমাৰ ধৰ্মবাণী নুশুনে
তুমি যি পূজা-সেৱা কৰা
মই সেই পূজা-অৰ্চনা নকৰো,
আৰু মই যি পূজা কৰো
তুমি সেই পূজা নকৰা!
..........................................
তোমাৰ কৰ্মফল তোমাৰ
মোৰ কৰ্মফলো মোৰেই।'

আমি কি, আমি কিহত বিশ্বাস কৰো— সেই সকলো কেৱল আমাৰ নিজৰ! যিয়ে আমাক স্ৰজন কৰিছে সেই জ্ঞানৰ ওপৰত এবাৰ বিশ্বাস স্থাপন কৰিব পাৰিলে আমি এক প্ৰত্যয়ৰ জন্ম দিব পাৰো যিয়ে আমাক গোটেই জীৱন বৰ্তাই ৰাখিব।

ভাৰতীয়বিলাক উচ্চ আত্মাৰ ধাৰণা সম্পৰ্কে খুব ভালদৰে অৱগত। সম্ভৱতঃ আৰু অলপ ভাল শব্দত উচ্চতম আত্মা বুলিও ক'ব পাৰি। আমাৰ পূৰ্বপুৰুষসকলে যুগ যুগ ধৰি এই ধাৰণা লৈয়েই জীয়াই আছিল। কিন্তু আজিৰ ভোগসৰ্বস্ব জীৱনৰ মোহত যিবিলাক বহু তললৈ সোমাই গৈছে সিবিলাকৰ কাণত এই ধাৰণা বহু উচ্চ আৰু আধ্যাত্মিক যেন শুনাব। কিন্তু মই যি জীৱন লৈ বাচি আছো সেই জীৱনত ই এক ভিত্তিপ্ৰস্তৰ বা আধাৰ।

এবাৰ মই বাংগালোৰলৈ যাওঁতে মোৰ বন্ধু এজনৰ লগত কথা পাতি গৈছিলো। মই তেওঁক ক'লো — মই তালৈ গৈ ডেকা মানুহখিনিৰ লগত কথা পাতিম। তেওঁৰ কিবা পৰামৰ্শ আছে নেকি সুধিলো। মোক একো পৰামৰ্শ নিদিলে যদিও তেওঁ মোক জ্ঞানৰ এই মণি-মুকুতাবোৰ দিলে ঃ

'কথা ক'লে সত্য কথাকে ক'বা। কথা দিলে কথা ৰাখিবা। ন্যস্ত দায়িত্ব বা কৰ্ম সম্পন্ন কৰিবা। আঘাত কৰাৰ পৰা হাত দুখনক ৰখোৱা। যিটো অন্যায় আৰু বেয়া সেইটো লোৱাৰ পৰাও হাত দুখনক বচাবা! ...

'কোনবোৰ কাম আটাইতকৈ ভাল? মানৱ জীৱৰ অন্তৰত আনন্দ দিয়া, ভোকাতুৰক অন্ন দিয়া, দুৰ্গতজনক সহায় কৰা, দুখীৰ দুখ পাতলোৱা আৰু আহতজনৰ কষ্ট দূৰ কৰা ...

'ভগৱৎসৃষ্ট সকলো প্ৰাণী তেওঁৰেই পৰিয়াল। যিয়ে ভগৱৎসৃষ্ট প্ৰাণীৰ মংগল কৰে তেওঁকেই ভগৱানে আটাইতকৈ বেছি ভাল পায়।'

এইবোৰ পয়গম্বৰ মহম্মদৰ বাণী। এইবোৰ কথা মোক যিজন বন্ধুৱে ক'লে তেওঁ তামিলনাডুৰ এজন দীক্ষিদাৰৰ পৰিনাতি আৰু এজন 'গণপাঠীগল' (বেদবিৎ — বেদৰ পণ্ডিত)। মোৰ এই বন্ধুজন অন্য নহয় — তেওঁ ৰাই এছ ৰাজন।

তেনে এক দৃষ্টিভংগী অকল আমাৰ দেশতহে সম্ভৱ। ঋগ্‌বেদৰ কথা মনত পেলাওক ঃ

'আ নো ভদ্ৰঃ ক্ৰতবো য়েন্তু বিশ্বখাঃ!' অৰ্থাৎ, সকলো ফালৰ পৰা আমালৈ মহৎ চিন্তাহে আহক!

মোৰ পৰিয়ালতে ঘটি যোৱা ঘটনা এটিলৈ মনত পৰিছে। মানুহে মোৰ ককা আৰু আজোককাক ৰামেশ্বৰমত 'অম্বলকৰৰ' (মহান নেতা) বুলি মাতিছিল।

এই দ্বীপটো এই কাৰণেই জনাজাত যে এইখন ঠাইৰ পৰাই ভগৱান ৰামচন্দ্ৰই ৰাৱণৰ বিৰুদ্ধে যুদ্ধ অভিযান আৰম্ভ কৰিছিল। এই দ্বীপত ৰামচন্দ্ৰৰ সৈতে তেওঁৰ দৈৱ অৰ্ধাংগিনী সীতাৰ বিয়াৰ আয়োজন কৰি উৎসৱ উদযাপন কৰা হয়। 'ৰামৰ থীৰথম্' নামে পবিত্ৰ পুখুৰীৰ মাজেদি সজ্জিত বিগ্ৰহ লৈ যোৱাৰ বাবে মোৰ আজোককাই এখন ভাসমান বেদীৰ ব্যৱস্থা কৰে। পুখুৰীটো বৰ দ'। ধুনীয়া ধুনীয়া সোণৰ গহনাৰে সুসজ্জিত ভগৱান ৰামচন্দ্ৰৰ বিগ্ৰহ সহকাৰে ভাসমান বেদীখন পুখুৰীটোৰ সোঁমাজতে বনোৱা এটা সৰু মণ্ডপৰ চাৰিওফালে ঘূৰোৱা হয়। তেতিয়াও, এতিয়াও এই উৎসৱ উপলক্ষে ৰামেশ্বৰমৰ সকলো মানুহ তাত গোট খায়।

কোনোবা এবছৰ মোৰ আজোককাই সেই উৎসৱ উপভোগ কৰি আছিল। তেনেতে এটা দুৰ্ঘটনা ঘটি গ'ল। বিগ্ৰহটো বাগৰি পৰি পানীত তল গ'ল। কোনো চিন্তা বা সংকোচ নকৰাকৈ তেওঁ পুখুৰীৰ পানীত জাঁপ দিলে আৰু ডুব মাৰি সেই বিগ্ৰহ উদ্ধাৰ কৰিলে। সমগ্ৰ নগৰীখনৰ মানুহে এই ঘটনা স্বচক্ষে দেখি আছিল। তাৰ পিছত মন্দিৰৰ পুৰোহিতবিলাকে তেনেকুৱা এটা কামৰ বাবে আমাৰ পৰিয়ালটোক মাতি নি 'মুথল্ মৰিয়থাই' (প্ৰথম সন্মান) প্ৰদান কৰিলে। বিগ্ৰহটো উদ্ধাৰ হোৱাত সৰ্বশক্তিমান ঈশ্বৰক ধন্যবাদ জনোৱাৰ বাবে আৰু তেওঁৰ ওচৰত আমাৰ পৰিয়ালটোৰ মংগল কামনা কৰিবলৈকে ৰামেশ্বৰমৰ মছজিদটোতো এক বিশেষ প্ৰাৰ্থনা অনুষ্ঠিত হৈছিল।

এই ঘটনাটোক মই সদায় মানুহৰ মাজৰ ভাতৃত্ববোধ আৰু সম্প্ৰীতি-সমন্বয়ৰ প্ৰকৃষ্ট উদাহৰণ হিচাপে গণ্য কৰি আহিছো। বৰ্তমানৰ প্ৰসংগত ই এক বিশেষ তাৎপৰ্য বহন কৰে। য'তেই নাথাকো কিয়— আমাৰ প্ৰত্যেকে তেনে এক ভাতৃত্ববোধৰ আপডাল কৰিব নোৱাৰো নে?

১৯৪৭ চনৰ ১৫ আগষ্টৰ দিনা মোৰ হাইস্কুলৰ শিক্ষক ৰেভাৰেন্দ্ ইয়াদুৰাই চলোমন মহোদয়ে মোক পণ্ডিত জৱাহৰলাল নেহৰুৱে স্বাধীনতা উপলক্ষে মাজনিশা দিয়া ভাষণ শুনাবলৈ লৈ গ'ল। আমি যে স্বাধীন — তেওঁৰ মুখে সেই আপ্তবাক্য শুনি আমি আটায়ে অভিভূত হ'লো। পিছদিনাৰ বাতৰি-কাকতবিলাকত সেই গুৰুত্বপূৰ্ণ খবৰটো শীৰ্ষ বাতৰি হিচাপে ওলাল। কিন্তু তামিল খবৰ কাগজত পণ্ডিতজীৰ ভাষণৰ প্ৰতিবেদনৰ কাষতে মই আন এটা সংবাদ পঢ়িলো। সেইটো মোৰ স্মৃতিত আজিও গ্ৰথিত হৈ আছে। সংবাদটো আছিল — শুদা ভৰিৰে মহাত্মা গান্ধীয়ে নোৱাখালিলৈ গৈছে — তাত সাম্প্ৰদায়িক সংঘৰ্ষত নিগৃহীত পৰিয়ালবোৰৰ মনোকষ্ট লাঘৱ কৰিবলৈ। জাতিৰ পিতা হিচাপে আচলতে মহাত্মা গান্ধীয়েহে প্ৰথমে লালকিল্লাৰ দুৰ্গত উঠি জাতীয় পতাকা উত্তোলন কৰিব লাগিছিল। তাৰ পৰিবৰ্তে, তেওঁ আছেগৈ নোৱাখালিত।

সেইখিনিতেই মহাত্মাৰ মহত্ত্ব! সেই এটি ঘটনাই কণমানি স্কুলীয়া ছাত্ৰ এজনৰ মনত কি যে দীৰ্ঘস্থায়ী প্ৰভাৱ পেলাইছিল!

যুৱ প্ৰজন্মৰ নাড়ী-নক্ষত্ৰ জানি আৰু অগ্ৰজসকলৰ পৰা লাভ কৰা জ্ঞানেৰে সজ্জিত হৈ মই প্ৰৌদ্যোগিকী পৰিযোজনাবিলাকৰ পৰা লাভ কৰা মোৰ নিজৰ অভিজ্ঞতাবোৰৰ কথাকে গভীৰভাৱে চিন্তা কৰি আছিলো — যিবোৰত মানুহে নতুন নতুন সমস্যাৰ মাজতো কাম কৰি আছিল আৰু যিবোৰ দূৰ কৰাৰ বাবে অভূতপূৰ্ব প্ৰচেষ্টাৰ দৰকাৰ। কষ্টকৰ কামত কিহে আচলতে মানুহক সফল কৰে? আমি স্বপ্ন দেখাৰ প্ৰয়োজনীয়তাৰ কথা কৈছো। দায়বদ্ধতা বা সংকল্পৰ কথা, কঠোৰ পৰিশ্ৰমৰ কথা কৈছো। আৰু, কষ্ট আৰু অসফলতাৰ মাজতো আধ্যাত্মিক শক্তি অটুট ৰখাৰ কথা কৈছো। কিয়, সৃষ্টিৰ চক্ৰৰ পৰা কিবা ৰহিত হৈছে নেকি?

**সাৰাংশ :**

আমাৰ আধ্যাত্মিক জ্ঞানেই আমাৰ মূল শক্তি। আক্ৰমণকাৰীহঁতৰ বহুতো জখম আৰু উপনিবেশিকতাবাদৰ সংহাৰী প্ৰভাৱৰ পিছতো আমি জাতি হিচাপে বৰ্তি আছো। আমাৰ নিজৰ সমাজৰ ফাঁট আৰু ভাঙোনৰ সৈতে নিজক খাপ খুৱাবলৈ আমি শিকিছো। কিন্তু সকলো আপোচৰ প্ৰক্ৰিয়াত আমি নিজৰ সংকল্প বা লক্ষ্য আৰু আশা-আকাংক্ষাক অৱনমিত কৰো। আমি পুনৰ বহল দৃষ্টিভংগী লাভ কৰিব লাগিব। আমাৰ নিজৰ জীৱনক সমৃদ্ধ কৰিবলৈ মহান ঐতিহ্য-পৰম্পৰা আৰু জ্ঞান ঘূৰাই আনিব লাগিব। প্ৰযুক্তিৰ উল্লেখযোগ্য বিকাশ হৈছে — কিন্তু সি আমাৰ আধ্যাত্মিক উন্নতিৰ বাট ৰুধিব নোৱাৰে। আমাৰ স্বাভাৱিক শক্তিৰ আধাৰত উন্নয়নৰ নিজা আৰ্হি ঘৰতে প্ৰস্তুত কৰিব লাগিব।

প ঞ্চ ম অ ধ্যা য়

# ধৰ্ম আৰু ৰাজনীতিৰ উৰ্দ্ধত দেশপ্ৰেম

"মুক্তিৰ বাবে মোৰ অকণো স্পৃহা নাই। বৰং বোৱতী ঝৰ্ণাৰ দৰে '(নীৰৱে) আনৰ মংগল সাধন কৰি শত-সহস্ৰ নৰকৰ যাতনাকে ভোগ কৰিম'— এয়ে মোৰ ধৰ্ম।"

— স্বামী বিবেকানন্দ

খোজ কঢ়াটো মোৰ জীৱনৰ এটা দৈনন্দিন অপৰিহাৰ্য অভ্যাসত পৰিণত হৈছে। য'লৈকে নাযাওঁ কিয় নিতৌ ৰাতিপুৱাই উঠি অতি কমেও পাঁচ কিলোমিটাৰ খোজ কঢ়াটো মই অভ্যাস কৰি লৈছিলো। বিশেষকৈ প্ৰত্যুষতে সূৰ্যোদয় আৰু সূৰ্যোদয়ৰ প্ৰাক্‌মুহূৰ্তৰ আলোকোজ্জ্বল অনিৰ্বচনীয় ৰূপ পান কৰাটোৱেই মোৰ পিপাসাৰ্ত মনৰ হাবিয়াস। তাৰ উপৰি, নতুন এটি উষাক এই ধৰাৰ বুকুলৈ স্বাগতম জনোৱা কোকিলকণ্ঠী পক্ষীকূলৰ কণ্ঠৰ মধুৰ কূজন আৰু সমস্বৰ গান শুনাতো মোৰ কৰ্ণযুগল অভ্যস্ত হৈ পৰিছে। শীতল মলয়া, চৰাইৰ গান, সূৰ্যোদয়ৰ বিনন্দীয়া ৰূপ যিমানেই প্ৰত্যক্ষ কৰিছো সিমানে মই এই কথা ভাবি বিস্মিত হৈছোঁ যে ধৰাৰ বুকুত প্ৰকৃতিয়ে কিদৰে এই আটাইবোৰ সম্ভৱ কৰি তুলিছে। এই কথাবোৰকে ভাবি ভাবি মই ভগৱানক ধন্যবাদ দিওঁ।

কামৰ আহ্বানত বহুতো ধুনীয়া ধুনীয়া ঠাইলৈ যোৱাৰ মোৰ সৌভাগ্য হৈছে যাৰ ফলত বিশ্বচৰাচৰৰ বাস্তৱিকতা মোৰ মনৰ আগত উন্মুক্ত হৈ গৈছিল। তেনে এখন ঠাই হ'ল উৰিষ্যাৰ চণ্ডীপুৰ।

কলকাতাৰ পৰা বালাচোৰলৈ প্ৰায় ২৩৪ কিলোমিটাৰ দূৰ। আনহাতে চহৰৰ পৰা চণ্ডীপুৰ ১৬ কিলোমিটাৰ। ঠাইখনৰ নামটোৱে দেৱী চণ্ডী বা দুৰ্গা দেৱীৰ পুণ্যধামকে বুজায়। ইয়াৰ সাগৰীয় উপকূলটো ভাৰতৰ অন্যতম সুন্দৰ উপকূল। সমুদ্ৰৰ জোৱাৰ ভাটাৰ সময়ত ভাটাৰ লগে লগে সংগীতময় গতিৰে ঢৌবোৰ তিনি কিলোমিটাৰমান নামি যায়।

নিৰ্জন সমুদ্ৰ-তট, তেতেলী গছৰ অনুচ্চ খৰখৰনি আৰু শীতল বতাহ — আটাইবোৰ মিলি অন্তৰত এক অদ্ভুত শান্তিৰ অনুভূতি জন্মে। এই সাগৰৰ উপকূলেদি সচৰাচৰ মই সুবৰ্ণৰেখা নদীৰ মোহনালৈকে খোজকাঢ়ি যাওঁ। নদীখনৰ বিশালতা আৰু মন মুহি নিয়া ইয়াৰ অন্তহীন সৰু সৰু লহৰে এক অদ্ভুত মায়াজালৰ সৃষ্টি কৰে। তাত মই এক অবিস্মৰণীয় স্বৰ্গসুখ অনুভৱ কৰো।

আমি ভাৰতীয় অন্তৰীক্ষ অনুসন্ধান সংগঠনৰ (ইছৰো)ৰ শ্ৰীহৰিকোটা ৰেঞ্জৰ পৰা ক্ষেপণাস্ত্ৰৰ 'টেষ্ট-ফায়াৰিং' আৰম্ভ কৰিছিলো যদিও আমাৰ নিজৰ পৰীক্ষণ স্থলৰ আৱশ্যকতা আছিল। ১৯৮৯ চনত অন্তৰীণ পৰীক্ষণ স্থল (আই টি আৰ

ইন্‌ট্যাৰিম্ টেষ্ট্ ৰেঞ্জ) স্থাপন কৰা হৈছিল। ইয়াৰ পৰা একান্তভাৱে মিছাইল, ৰকেট আৰু বিভিন্ন উৰণ পৰীক্ষা কৰা যান উৎক্ষেপণ কৰা হৈছিল। এই আই টি আৰ-ৰ পৰাই বিভিন্ন ধৰণৰ ক্ষেপণাস্ত্ৰ, যেনে — বহু উদ্দেশ্যসম্পন্ন 'ত্ৰিশূল', একেলগে বহু ঠাইত আঘাত কৰিব পৰাৰ ক্ষমতা থকা 'আকাশ', টেংকৰোধী 'নাগ' মিছাইল, ভূমিৰ পৰা ভূমিত আঘাত কৰিব পৰা মিছাইল 'পৃথ্বী', বহু দূৰত্ব প্ৰযুক্তিৰ স্বাক্ষৰ থকা 'অগ্নি' আদিৰ প্ৰক্ষেপণ কৰা হৈছিল। ছুপাৰছনিক ক্ৰুজ মিছাইলৰ বিকাশ সাধন কৰাৰ বাবে স্থাপিত ভাৰত আৰু ৰাছিয়াৰ যুটীয়া প্ৰচেষ্টা 'ব্ৰহ্-মচ্'ৰো এই পৰীক্ষণ স্থলৰ পৰাই পৰীক্ষণ কৰা হৈছিল। আই টি আৰ-ৰ পৰা মাল্টি-বেৰেল ৰকেট লঞ্চাৰ 'পিনাকা' আৰু চালকবিহীন যান 'লক্ষ্য' পৰীক্ষণৰ দৰে অভিযানো চলোৱা হৈছিল।

আই টি আৰ-ক অত্যাধুনিক উপকৰণেৰে সুসজ্জিত শূন্যমাৰ্গেদি পঠিওৱা অস্ত্ৰ-শস্ত্ৰ আৰু প্ৰণালীৰো পৰীক্ষণৰ উপযুক্ত কৰা হৈছিল। আটাইতকৈ বেছি জোৰ দিয়া ক্ষেত্ৰবোৰ হ'ল — বহু দূৰৰ পৰা নিক্ষেপ কৰিব পৰা মিছাইল, বায়ু প্ৰতিৰক্ষা মিছাইল প্ৰণালী, পাতল যুঁজাৰু বিমান (এল চি এ— লাইট কম্বেট এয়াৰক্ৰেফ্‌ট্)ৰ দ্বাৰা প্ৰয়োগ কৰিব পৰা অস্ত্ৰ প্ৰণালী, কেইবাঠাইতো আঘাত কৰিব পৰা অস্ত্ৰ প্ৰণালী আৰু অত্যধিক বেগী আৰু বাগি দিব পৰা ক্ষেপণাস্ত্ৰ।

অন্তৰীণ পৰীক্ষণ কেন্দ্ৰ (আই টি আৰ)টো সমুদ্ৰ উপকূলত সোতৰ কিলোমিটাৰ জুৰি অৱস্থিত। তাৰ পৰীক্ষণ কৰিবলগীয়া যানসমূহৰ উৰণ পথত কিছুমান পৰ্যবেক্ষণ হাথিয়াৰ বহুওৱা হৈছিল। তাৰ গুৰুত্বপূৰ্ণ পৰীক্ষণ সা-সুবিধাসমূহৰ ভিতৰত সচল আৰু স্থিৰ ইলেক্‌ট্ৰো-অপ্‌টিকেল পৰ্যবেক্ষণ প্ৰণালী, সচল এছ বেন্দ ট্ৰেকিং ৰাদাৰ, স্থিৰ চি-বেন্দ ট্ৰেকিং ৰাদাৰ, স্থিৰ আৰু সচল টেলিমিট্ৰী প্ৰণালী, ৰেঞ্জ কম্পিউটাৰ, ফটো প্ৰচেছিং ছিষ্টেম, বতৰ বিজ্ঞান প্ৰণালী আৰু ৰেঞ্জ সুৰক্ষা প্ৰণালী। প্ৰক্ষেপণৰ সময়ত সুৰক্ষা সংক্ৰান্ত সিদ্ধান্ত লোৱাত সহায়তাৰ বাবে এক বিশেষজ্ঞ প্ৰণালীৰো বিকাশ সাধন কৰা হৈছিল। এই অন্তৰীণ পৰীক্ষণ কেন্দ্ৰটো (আই টি আৰ) লাহে লাহে কিন্তু নিশ্চিতভাৱে বিশ্ব-মানদণ্ডৰ পৰীক্ষণ কেন্দ্ৰ হৈ উঠিছে।

১৯৯৫ চনৰ জুলাই মাহৰ কোনোবা এটা দিনৰ কথা। সময় গৰম আৰু আৰ্দ্ৰ মাজৰাতি। আমি পৃথ্বীৰ একেৰাহে চতুৰ্থটো সফল পৰীক্ষণৰ ফলাফলৰ ওপৰত চৰ্চা কৰি আছিলো। সফলতাৰ বাবে মানুহবিলাকৰ মুখবোৰ উদ্ভাসিত হৈছিল। উৎসৱমুখৰ পৰিৱেশ। কঠোৰ পৰিশ্ৰমী ১,২০০ জন দলৰ সদস্যক প্ৰতিনিধিত্ব কৰা আমাৰ ত্ৰিশজনৰো অধিক লোকে গভীৰভাৱে চিন্তা কৰি আছিলো। সকলোৰে চকু-মুখত এটাই প্ৰশ্ন— ইয়াৰ পিছত কি হ'ব? গোলান্দাজ

বাহিনীৰ মহানিৰ্দেশক লেফ্‌টেনেন্ট্ জেনেৰেল ৰমেশ খোচ্‌লাই এই বুদ্ধি পৰামৰ্শ দিলে যে সৈন্যবাহিনীক মাটিৰ ওপৰত এশ পঞ্চাশ মিটাৰ মণ্ডলৰ ভিতৰৰ লক্ষ্যৰ ওপৰত সঠিকভাৱে নিক্ষেপ কৰিব পৰা পৰীক্ষণ উৎণৰ প্ৰয়োজন। কাৰিকৰী ভাষাত ইয়াক চাৰ্কুলাৰ এৰ'ৰ প্ৰবেবিলিটী (চি ই পি) বোলা হয়।

আমি ভাৰতৰ ভৌগোলিক মানচিত্ৰ এখন আগত মেলি ল'লো। মানচিত্ৰত আই টি আৰ-ৰ পৰা সম্ভৱৰ পৰা আশী কিলোমিটাৰ দূৰত্বৰ ভিতৰত পাঁচটা সৰু সৰু বিন্দু দেখা গ'ল। এইবোৰ 'হুইলাৰ দ্বীপ'। প্ৰত্যক্ষ কাৰণতে আমি ৰাজস্থানৰ মৰুভূমিলৈ যাব পৰা নাছিলো। আন্দামান নিকোবৰ দ্বীপপুঞ্জও বহু দূৰত। ৰাতি দুই বজাত আমি এই সিদ্ধান্তত উপনীত হ'লো যে ক্ষেপণাস্ত্ৰৰ প্ৰভাৱৰ পৰীক্ষণৰ বাবে হুইলাৰ দ্বীপেই সঠিক স্থান হ'ব। সেই ক্ষেত্ৰৰ জৰীপ কৰাৰ বাবে এখন হেলিকপ্টাৰ ব্যৱহাৰ কৰা হ'ল। কোনোবা এজনে আমাক দ্বীপপুঞ্জলৈকে বাট দেখুৱাই নিবলৈ মাছমৰীয়াৰ সহায় ল'বলৈ কৈছিল।

সাৰস্বত আৰু সালবান নামে মোৰ দুজন সহকৰ্মীয়ে গাড়ীৰে ধামৰা নামে ঠাই এখনলৈকে গৈছিল। ধামৰাৰ পৰা তেওঁলোকে দিনে আঢ়ৈশ টকাকৈ নাও এখন ভাৰালৈ লৈছিল। তেওঁলোকে দ্বীপটো পায়গৈ মানে এন্ধাৰ হৈছিলেই বুলিব লাগে। সালবানে যাওঁতে বাটত খাবলৈ ফল কিছুমান লৈ গৈছিল। ৰাতি সেই ফলকে খাই থাকিবলগীয়া হ'ল। দ্বীপটোত থকাৰ বাদে আন বিকল্প নাছিল। ৰাতিটো বেছ সুন্দৰ আছিল। কিন্তু মোৰ বন্ধুকেইজনৰ সাগৰৰ লগতো সম্পৰ্ক নাই আৰু বিপদগ্ৰস্ত হৈ নিৰ্জন দ্বীপত থকাৰ অভিজ্ঞতাও নাই। তেওঁলোকে ভয় ভয়কৈ তাত থাকিল। অৱশ্যে পিছত তেওঁলোকে সেইটো স্বীকাৰ কৰা নাছিল। বৰং তাত তেওঁলোকে বেছ উপভোগ কৰা বুলিহে কৈছিল। পিছদিনা ৰাতিপুৱা সোনকালে দুয়ো দ্বীপটো চোৱা-চিতা কৰাত লাগিল। দ্বীপটো দীঘলে ৩ কিলোমিটাৰ আৰু বহলে ৮০০ মিটাৰ আছিল। দ্বীপটোৰ পূব ফালে ওখ গছ এডালত বাংলাদেশৰ পতাকা এখন উৰি আছিল — ওচৰতে কেইটামান জুপুৰি। তাকে দেখি তেওঁলোক বৰ আচৰিত হ'ল। সম্ভৱতঃ নিকটৱৰ্তী দেশবোৰৰ পৰা মাছমৰীয়া সম্প্ৰদায়ৰ মানুহ সঘনে দ্বীপটোলৈ অহা-যোৱা কৰে। বন্ধু দুজনে পতাকাখন তাৰ পৰা আঁতৰাই দিলে।

তাৰ পিছত ঘটনাবোৰ বেগেৰে আগবাঢ়িল। জিলা প্ৰশাসনৰ উপৰি বন আৰু পৰ্যাবৰণ বিভাগৰ বিষয়াবিলাকে দ্বীপটো পৰিদৰ্শন কৰিলেহি। তাৰ কেইদিনমান পিছতে সেই দ্বীপবোৰ অধিগ্ৰহণ কৰাৰ বাবে মই প্ৰতিৰক্ষা মন্ত্ৰীৰ পৰা অনুমোদন পালো। সেইমতে ভূমি হস্তান্তৰকৰণ প্ৰক্ৰিয়াৰ ঔপচাৰিকতাখিনি উৰিষ্যা চৰকাৰ আৰু বন বিভাগৰ সহযোগত আগবাঢ়িল। মই ব্যক্তিগতভাৱে সংশ্লিষ্ট জ্যেষ্ঠ বিষয়াবিলাকক লগ ধৰি নথিটো মুখ্যমন্ত্ৰীৰ মেজলৈ পঠিওৱাৰ

বাবে তৎপৰতা ল'লো। মই মুখ্যমন্ত্ৰী মহোদয়লৈ চিঠি এখন লিখিলো। ডি আৰ ডি অ'ৰ কামৰ বাবে মাটিখিনি আমাক কি কাৰণে লাগে— বিশেষকৈ পৰীক্ষণৰ কামত ব্যৱহাৰৰ বাবেই যে সেই ক্ষেত্ৰখন আমাক লাগে সেইবোৰ বিতংভাৱে তেওঁলৈ লিখিলো।

আবেদনখন দিয়াৰ আগে আগে আমি প্ৰাথমিক কাম-কাজবোৰ সাং কৰি উঠিছিলো। বহুবোৰ যথাৰীতি প্ৰশ্ন উত্থাপিত হৈছিল। যেনে— আশে পাশে মাছমৰা কাম ব্যাহত হ'ব, কাছৰ প্ৰব্ৰজন ব্যাহত হ'ব। আটাইতকৈ ডাঙৰ কথা হ'ল দ্বীপবোৰৰ দাম। দহ দিনৰ ভিতৰতে আমি মুখ্যমন্ত্ৰীৰ পৰা সাক্ষাতৰ অনুমতি পালো। ইয়াৰ আগতে মুখ্যমন্ত্ৰী বিজু পাটনায়কৰ বিষয়ে মই বহুতো কথা শুনিছিলো — বিশেষকৈ তেওঁ বিমানচালক থকা দিনৰেই কথা। ৰাষ্ট্ৰপতি শ্ৰীসুকৰ্ণৰ লগত থকা তেওঁৰ বন্ধুত্বৰ বিষয়েও শুনিছিলো মেজৰ জেনেৰেল কে এন সিংহ আৰু সালৱান সমন্বিতে মই যেতিয়া মুখ্যমন্ত্ৰীৰ কোঠাত প্ৰৱেশ কৰিলো তেওঁ আমাক উষ্ণ আদৰণি জনালে। মোৰ ফালে চাই তেওঁ কৈ উঠিল, 'বন্ধু কালাম! সেই ড° সাৰাভাইৰ দিনৰে পৰা আজিলৈকে মই আপোনাৰ কাম-কাজ দেখি আহিছো। আপুনি যিয়েই নিবিচাৰক — মই দি দিম!' আমাৰ উপস্থিতিতে তেওঁ উৰিষ্যা চৰকাৰৰ সিদ্ধান্ত-পত্ৰত স্বাক্ষৰ কৰিলে — সেই সিদ্ধান্ত অনুসৰি চাৰিওটা দ্বীপ ডি আৰ ডি অ'ক দিয়া হৈছিল। তেওঁ আকৌ ক'লে, 'কালাম! আপুনি বিচৰা মতেই মই অনুমোদন দিলো। মই জানো — আপুনি ইয়াৰ সদ্ব্যৱহাৰ কৰিব। আপোনাৰ প্ৰক্ষেপাস্ত্ৰৰ কাম-কাজৰ যি সংকল্প বা অভিযান সি দেশৰ বাবে বহুত গুৰুত্বপূৰ্ণ। উৰিষ্যাৰ পৰা আপুনি যি সহায় বিচাৰে সকলোখিনি পাব।' তাৰ পিছত, হঠাতে উঠি তেওঁ মোক উষ্ণভাৱে আঁকোৱাল মাৰি ধৰিলে। এইবাৰ দাবীৰ সুৰত তেওঁ ক'লে, 'কালাম! আপুনি মোক কথা দিয়াৰ উপৰি দেশকো আশ্বাস দিব লাগিব। যিদিনা আমাৰ দেশে নিজৰ আই চি বি এম প্ৰস্তুত কৰিব সিদিনা মই নিজক শক্তিশালী ভাৰতীয় বুলি ভাবিম।' কোঠাটোৰ ভিতৰত নীৰৱতা বিৰাজ কৰিলে। মই শীঘ্ৰে উত্তৰ এটা দিব লাগে। বিজু পাটনায়ক অদ্ভুত ব্যক্তিত্বসম্পন্ন লোক। নেতা হিচাপেও তেওঁ বৰ আকৰ্ষণীয়। দেশৰ প্ৰতি থকা তেওঁৰ প্ৰেমে ৰাজনীতিকো অতিক্ৰমি গৈছিল। মই চিধাচিধি তেওঁৰ চকুলৈ চাই ক'লো, 'ছাৰ! আমি আপোনাৰ এই অভিযানৰ বাবেই কাম কৰিম। মই আপোনাৰ চিন্তা-ভাবনাৰ কথা দিল্লীত চৰ্চা কৰিমগৈ।'

প্ৰায় চল্লিশ বছৰ আগতে দুঃসাহসী বিজু পাটনায়কে তেওঁৰ কলিংগ এয়াৰৱেজৰ বিমান এখন নিজে জাকাৰ্তালৈ উৰুৱাই লৈ গৈছিল— তাত তেওঁ প্ৰথম পিতৃত্বৰ সুখ লাভ কৰা ইণ্ডোনেছিয়াৰ ৰাষ্ট্ৰপতি সুকৰ্ণক লগ পালে।

সুকৰ্ণৰ পত্নীয়ে এটি কন্যা সন্তান জন্ম দিছিল। পৰিয়ালটোৱে সদ্যোজাত কেঁচুৱাটিৰ বাবে শুভ নাম এটা বিচাৰি আছিল। ঠিক সেই সময়তে বিজুদাই তেওঁলোকক সাক্ষাৎ কৰিলেগৈ।

ভাৰতৰ পৰা যোৱা অভ্যাগতজনক সুকৰ্ণই নিজৰ সমস্যাটোৰ কথাটো জনালে। তেতিয়া বিজু পাটনায়কে মেঘৰ কথা মনত পেলালে যি মেঘে কন্যা সন্তানটিৰ আগমনক আদৰণি জনাইছিল। তেওঁ লগে লগে মেঘৰ সংস্কৃত সমাৰ্থক শব্দ এটা তেওঁলোকক ক'লে। অতিশীঘ্ৰে সুকৰ্ণৰ কন্যাটিৰ নাম ৰখা হ'ল মেগাৱতী। এনেকৈয়ে বিশ্বৰ বৃহত্তম মুছলমান দেশ এখনৰ নেতাজনৰ জীয়েকজনীয়ে হিন্দু নাম এটা লাভ কৰিলে। মহান লোকসকলৰ বাবে ধৰ্ম হ'ল বন্ধুত্ব গঢ়াৰ পথ। আনহাতে তুচ্ছ লোকে ধৰ্মক যুঁজ-বাগৰ কৰা হাথিয়াৰ হিচাপে প্ৰয়োগ কৰে।

বহু বছৰ পিছত — বহু ৰাজনৈতিক উত্থান-পতনৰ পিছত, মেগাৱতী সুকৰ্ণপুত্ৰী প্ৰথম প্ৰথম উপ-ৰাষ্ট্ৰপতি, তাৰ পিছত ইণ্ডোনেছিয়াৰ ৰাষ্ট্ৰপতি হ'লগৈ।

যাৰ বলিষ্ঠ কণ্ঠ আৰু দৃষ্টিভংগী আছিল আৰু আমাৰ দেশৰ চাৰিসীমা অতিক্ৰমি গৈছিল তেনে মহান ৰাজনীতিজ্ঞৰ প্ৰজন্মৰ মৃত্যুত দুখ প্ৰকাশ কৰা! এখন বিশেষ দেশৰ প্ৰতি নিজৰেই দেশৰ দ্বাৰা পৃষ্ঠপোষকতা কৰা অস্বাভাৱিক আৰু বিকৃত স্থিৰ-আকৰ্ষণকো ধিক্কাৰ দিব লাগে — কিয়নো সৌ সিদিনালৈকে আমি প্ৰথম স্থানত থকা তৃতীয় বিশ্বৰ লগতে পৃথিৱীৰ বাকী অংশৰ প্ৰতিও আমাক অন্ধ কৰি পেলাইছে। আৰু ৰাষ্ট্ৰসমূহৰ সৌজন্যৰ ক্ষেত্ৰত আমি নিজক কিমান সংকুচিত কৰিলো তাকে ভাবিও সামান্য উচুপি উঠা। কোটি কোটি মানুহে বাস কৰা এক বৃহৎ ভূখণ্ডৰ দেশ ভাৰতবৰ্ষ, পূৰ্ণবিকশিত উদ্যোগেৰে ভৰা এখন দেশ; অজস্ৰ বৈজ্ঞানিক প্ৰতিভা আছে ইয়াত; সৰ্বোপৰি এখন পৰমাণু শক্তিসম্পন্ন দেশ; আজি এইখন দেশৰ যিমানখিনি মৰ্যাদা থাকিব লাগিছিল সিমান নাই। আন্তঃৰাষ্ট্ৰীয় বেপাৰত আমাৰ কি প্ৰভাৱ আছে! সম্ভৱতঃ আমাৰ দেশৰ বাদে আন কোনো দেশেই নিজ ক্ষমতাতকৈ ইমান তলত নাথাকে।

পোখৰাণ পৰমাণু পৰীক্ষাৰ পিছৰে পৰা পশ্চিমীয়া দেশবিলাকে ভাৰত আৰু পাকিস্তানৰ কথা একেই উশাহতে ক'বলৈ লৈছে। জাতীয় স্বাৰ্থতেই আমি বাৰু গোটেই বিশ্বকে দেখুৱাই দিব নোৱাৰোনে যে আমি পাকিস্তানৰ বাদেও আন এখন পৃথিৱীৰ কথা ভাবিব পাৰো — গুণ-গৰিমাৰ দিশৰ পৰা বহু ওপৰত, পৈণত বিচাৰ-বুদ্ধি থকা আমি এখন ধৰ্মনিৰপেক্ষ দেশ। গণতন্ত্ৰ আৰু স্বাধীনতাৰ মূল্যৰ প্ৰতি আমাৰ গভীৰ দায়বদ্ধতা আছে।

২০০২ চনৰ মাৰ্চ মাহত মই আন্না বিশ্ববিদ্যালয়ৰ ইঞ্জিনিয়েৰিঙৰ শেষ বৰ্ষৰ প্ৰায় দুশজন ছাত্ৰক পঢ়ুৱাই আছিলো। 'প্ৰযুক্তিবিদ্যা আৰু ইয়াৰ মাত্ৰা'—

এই বিষয়টোৰ ওপৰত মই দহটা পাঠৰ এলানি বক্তৃতা দিছিলো। বক্তৃতাৰ শেষৰ দিনাখন দ্বৈত ব্যৱহৃত টেক্ন'লজীবোৰৰ ওপৰত আলোচনা হৈ আছিল। এজন ছাত্ৰই এটা প্ৰশ্ন উঠালে ঃ

'ছাৰ! অলপতে মই ড° অমৰ্ত্য সেনৰ এটা বিবৃতি পঢ়িছো। বিবৃতিটোত তেওঁ কৈছে যে ১৯৯৮ চনৰ মে' মাহত ভাৰতবৰ্ষই যি পৰমাণু অস্ত্ৰৰ পৰীক্ষা কৰিলে সি ভুল সিদ্ধান্ত আছিল। ড° অমৰ্ত্য সেন এজন ডাঙৰ অৰ্থনীতিবিদ আৰু নবেল বঁটা প্ৰাপক। উন্নয়নৰ সুস্থ বিচাৰধাৰাৰ বাবে তেওঁ যথেষ্ট সন্মানিত হৈছে। তেনে এজন ব্যক্তিৰ মন্তব্যটোক একেকোবে দলিয়াই দিব নোৱাৰি। তেওঁৰ এই মন্তব্যৰ ওপৰত আপোনাৰ দৃষ্টিভংগী কি?'

মই ক'লো, 'অৰ্থনৈতিক উন্নয়নৰ ক্ষেত্ৰত ড° অমৰ্ত্য সেনৰ যি অগাধ জ্ঞান আছে সেই কথা মই স্বীকাৰ কৰো। তাৰ উপৰি, প্ৰাথমিক শিক্ষাৰ ওপৰত মূল গুৰুত্ব দিব লাগে বুলি তেওঁ আগবঢ়োৱা পৰামৰ্শসমূহো মই প্ৰশংসা কৰো। কিন্তু তাৰ লগে লগে মোৰ এইটো ধাৰণাও হৈছে যে ড° সেনে পশ্চিমীয়া দৃষ্টিকোণেৰে ভাৰতবৰ্ষৰ ওপৰত দৃষ্টিপাত কৰিছে। তেওঁৰ দৃষ্টিভংগীৰে অৰ্থনৈতিক সমৃদ্ধি বৃদ্ধি কৰাৰ বাবে ভাৰতবৰ্ষই সকলো দেশৰ লগতে বন্ধুত্বপূৰ্ণ সম্পৰ্ক স্থাপিত কৰিব লাগে। সেই কথাটোত মই তেওঁৰ সৈতে একমত। কিন্তু ভাৰতবৰ্ষৰ অতীতৰ অভিজ্ঞতাৰ কথাও আমি মনত ৰাখিব লাগিব। পণ্ডিত নেহৰুৱে সংযুক্ত যুক্তৰাষ্ট্ৰত পাৰমাণৱিক অস্ত্ৰ-শস্ত্ৰ প্ৰসাৰতাৰ বিৰুদ্ধে বক্তৃতা দি আটাইবোৰ দেশক পাৰমাণৱিক অস্ত্ৰ হ্ৰাসকৰণৰ বাবে আহ্বান জনাইছিল। তাৰ ফলাফল কি হ'ল তাক আমি আটায়ে জানোইঁক! আমি এইটো জনা উচিত যে আমেৰিকা যুক্তৰাষ্ট্ৰৰ ভূমিত দহ হাজাৰতকৈও অধিক পাৰমাণৱিক বিস্ফোৰক শীৰ্ষ (নিউক্লিয়াৰ ৱাৰ্‌হেড্‌ছ্ —টৰ্পেডো, ক্ষেপণাস্ত্ৰ প্ৰভৃতিৰ বিস্ফোৰক শীৰ্ষ) আছে। ঠিক তেনেকৈ ৰাছিয়াৰ মাটিতো আছে দহ হেজাৰ। ইংলেণ্ড (ইউ কে), চীন, ফ্ৰান্স, পাকিস্তান আৰু আন আন দেশতো প্ৰভূত পৰিমাণে আছে। ষ্টাৰ্ট্-২ (START-II) আৰু সম্প্ৰতি আমেৰিকা আৰু ৰাছিয়াৰ মাজত হোৱা বুজাবুজি অনুসৰি প্ৰত্যেকে পাৰমাণৱিক ৱাৰহেডৰ সংখ্যা দুহাজাৰলৈকে কমোৱাৰ কথা আছিল। কিন্তু সেই চুক্তিও ক'ৰবাত পৰি থাকিল। নিউক্লিয়াৰ ৱাৰহেডৰ সংখ্যা কম কৰা বিষয়টোত কোনেও কাণসাৰ নকৰিলে। যি মানুহে আমাৰ ১৯৯৮ চনৰ পৰমাণু অস্ত্ৰৰ পৰীক্ষাৰ বিৰোধিতা কৰিছে তেওঁবিলাকে আমেৰিকা, ৰাছিয়া আৰু অন্যান্য পশ্চিমীয়া দেশবিলাকত পৰমাণু হ্ৰাসকৰণৰ বিষয়টো লৈ আন্দোলন কৰিব লাগে। এইটো মনত ৰাখিব লাগিব যে আমাৰ নিকটৱৰ্তী দুখন দেশত পৰমাণু অস্ত্ৰ আৰু প্ৰক্ষেপাস্ত্ৰ মজুত আছে। এনে অৱস্থাত আমাৰ দেশ ভাৰতবৰ্ষ মূকদৰ্শক হৈ ৰহি থাকিব লাগিব নেকি?

যোৱা তিনি হাজাৰ বছৰৰ ভিতৰত ভাৰতবৰ্ষক অসংখ্যবাৰ বৃটিছ, ফ্ৰাচী, ডাচ্চ আৰু পৰ্তুগীজবিলাকে আক্ৰমণ কৰিছেহি। এই আক্ৰমণকাৰীবিলাকে হয় তেওঁলোকৰ ভৌগোলিক সীমা ডাঙৰ কৰাৰ বাবে নতুবা আমাৰ দেশৰ বিপুল সম্পদৰ ভাণ্ডাৰ লুট কৰিবলৈ আহিছিল। ভাৰতবৰ্ষই আন ৰাজ্য আক্ৰমণ কৰিবলৈ যোৱা নাই (তামিল ৰাজ্যৰ কথা বাদ দি) কিয়? কিয় আমাৰ ৰজাবিলাক সাহসী নাছিল নেকি? সত্য কথাটো হ'ল ভাৰতীয়বিলাক সহিষ্ণু আছিল আৰু যুগ যুগ ধৰি শাসিত হৈ থকাৰ পৰিণাম তেওঁলোকে ধৰিব পৰা নাছিল। বহুদিনৰ সংগ্ৰামৰ পিছত আমি যেতিয়া স্বাধীনতা লাভ কৰিলো তেতিয়া স্পষ্ট ভৌগোলিক চাৰিসীমাৰ ভিতৰত সমগ্ৰ দেশ ঐক্যবদ্ধ হ'ল। তেনেহ'লে অকল অৰ্থনৈতিক বিকাশৰ লক্ষ্যকে লৈ জানো থাকিব পাৰি? দেশক সুৰক্ষা দিয়াৰ শক্তিয়েই দেশ একোখনৰ শক্তি প্ৰমাণ কৰাৰ উপায়। শক্তিয়ে শক্তিকহে সন্মান কৰে, দুৰ্বলতাক নকৰে। শক্তি মানে সামৰিক শক্তি আৰু অৰ্থনৈতিক সমৃদ্ধিকে বুজায়। সংযুক্ত ৰাষ্ট্ৰসমূহৰ নিৰাপত্তা পৰিষদ (ইউনাইটেড নেশ্যনছ চিকিউৰিটি কাউন্সিল)ৰ সিদ্ধান্ত আৰু নীতিবোৰ পৰমাণু অস্ত্ৰ-শস্ত্ৰ থকা দেশসমূহেই নিৰ্ধাৰণ কৰে। আজিলৈকে নিৰাপত্তা পৰিষদত ভাৰতবৰ্ষক সদস্য পদ দিয়া নাই কিয়? বৰ্তমানে বহুতো ৰাষ্ট্ৰই ভাৰতবৰ্ষক সদস্য বনাব লাগে বুলি ছুপাৰিছ কৰিছে।

এই প্ৰসংগতে মই আৰু এটা কথাৰ অৱতাৰণা কৰিব খুজিছো। নৌ-সেনাৰ প্ৰধান হিচাপে অৱসৰ লাভ কৰা মোৰ বন্ধু এড্‌মিৰেল এল ৰামদাসে মোক ক'লে যে ১৯৯৮ চনৰ মে' মাহত হোৱা পৰমাণু অস্ত্ৰৰ পৰীক্ষাৰ বিৰুদ্ধে তেওঁ লগত মানুহ কিছুমান লৈ সংসদ ভৱনৰ আগত বিক্ষোভ প্ৰদৰ্শন কৰিব! মই বন্ধুক ক'লো— তেওঁ সেই মানুহবিলাকক লগত লৈ গৈ বিপুল পৰিমাণৰ পাৰমাণৱিক সমৰাস্ত্ৰ আৰু আই চি বি এম মজুতকৰণৰ বিৰুদ্ধে প্ৰথমে হোৱাইট হাউছ আৰু ক্ৰেমলীনৰ আগতহে বিক্ষোভ প্ৰদৰ্শন কৰা উচিত।

মহানতাৰ শীৰ্ষত আৰোহণ কৰিবলৈ মই দেশৰ মানুহৰ প্ৰতি আহ্বান জনাইছো। এই আহ্বান প্ৰতিজন ভাৰতীয়ই যাতে ক্ষমতাৰ শীৰ্ষতম বিন্দুলৈ উধাব পাৰে তাৰ বাবে দিয়া আহ্বান। দেশসমূহৰ উত্থান-পতন অনা শক্তিবোৰ কি? আৰু দেশক শক্তিশালী বনোৱা কাৰকবোৰ কি? শক্তিশালী দেশবোৰত ঘাইকৈ তিনিটা উপাদান থাকিবই; নিজ সাফল্য বা কৃতিৰ বাবে সমূহীয়া গৌৰৱৰ প্ৰকাশ, একতা আৰু সংযুক্তভাৱে কাম কৰাৰ সামৰ্থ্য।

উন্নতিৰ উচ্চতম শিখৰত আৰোহণ কৰাৰ বাবে এটা জাতি বা এখন দেশে নিজৰ মহান বীৰবিলাকৰ শৌৰ্য-বীৰ্যৰ কাহিনী, দুঃসাহসিক পৰাক্ৰম আৰু অতীতৰ বিজয় অভিযানৰ কথা মনত ৰাখিব লাগিব। ব্ৰিটিছবিলাকে উন্নতিৰ শিখৰত উঠিছে এই কাৰণেই যে তেওঁলোকৰ তাত লৰ্ড নেলছন, ডিউক অৱ্

ৱেলিংটনৰ দৰে প্ৰশংসাযোগ্য মহান বীৰবিলাক আছিল! জাতীয় গৌৰৱ প্ৰদৰ্শনৰ ক্ষেত্ৰত জাপান উৎকৃষ্ট উদাহৰণ। এটা সংস্কৃতি থকা এখন ঐক্যবদ্ধ ৰাষ্ট্ৰ — যিয়ে জাতীয় চৈতন্যৰ দ্বাৰা উদ্বুদ্ধ হৈ অপমানজনক সামৰিক পৰাভৱকো অৰ্থনৈতিক বিজয়লৈ ৰূপান্তৰিত কৰিব পাৰিছিল।

যিবোৰ ৰাষ্ট্ৰ বিকশিত হৈছে সিবোৰৰ পিছত মিছন বা অভিযানৰ তীব্ৰ ভাৱনা থাকে। জাপানীবিলাকৰ অন্তৰত এনে প্ৰকট ভাৱনা আছিল। জাৰ্মানবিলাকৰ মনতো সেই ভাব আছে। তিনিটা দশকৰ ভিতৰতে দুবাৰকৈ জাৰ্মানীবিলাকৰ সমস্ত ধ্বংস হৈ গৈছিল। তাৰ পিছতো তাৰ মানুহৰ ভাগ্য নিৰ্মাণৰ ধাৰণা স্তিমিত হোৱা নাছিল! দ্বিতীয় বিশ্ব যুদ্ধৰ ছাইৰ মাজৰ পৰাহে যেন ই অৰ্থনৈতিকভাৱে শক্তিশালী আৰু ৰাজনৈতিকভাৱেও দৃঢ়, সবল দেশ হিচাপে আৱিৰ্ভূত হ'ল। জাৰ্মানী যদি এখন মহান ৰাষ্ট্ৰ হ'ব পাৰে, ভাৰতো হ'ব নোৱাৰে কিয়?

ভাৰতবৰ্ষৰ এয়ে দুৰ্ভাগ্য যে ঐতিহাসিক শক্তি বা উৎস সমূহে ইয়াৰ মানুহক এক সমান স্মৃতি দিয়া নাই যি স্মৃতিয়ে মানুহক সহস্ৰাব্দৰ পিছলৈ লৈ গৈ তেওঁলোকৰ মনত উৎস বা মূলৰ ধাৰণা জন্মাব পাৰে! যোৱা পঞ্চাশটা বছৰেও সেই স্মৃতিক জীয়াই তোলাৰ বাবে অকণো চেষ্টা কৰা হোৱা নাই।

সৌভাগ্যবশতঃ সৰুৰে পৰা মই আমাৰ দেশৰ বিভিন্ন ধৰ্মসম্বন্ধে জনাৰ সুবিধা পাইছিলো। হাইস্কুল বা তাৰ পিছতো প্ৰায় সত্তৰ বছৰ বয়সলৈকে ধৰ্মৰ জ্ঞান পাই আহিছো। তাৰে পৰাই মই এই কথা উপলব্ধি কৰিছো যে যিকোনো ধৰ্মৰ মূল বিষয় হ'ল মানুহৰ আধ্যাত্মিক কল্যাণ। দৰাচলতে এই কথাটো সকলোৰে বোধগম্য হ'ব লাগিব যে ভাৰতৰ ধৰ্মনিৰপেক্ষতাৰ ভেঁটি বা বুনিয়াদো আধ্যাত্মিকতাৰ ওপৰতে নিৰ্মিত হ'ব লাগিব।

আমাৰ মিছন বা অভিযানৰ ধাৰণা দুৰ্বল হৈ পৰা বাবেই চাঁগে আমি আমাৰ সংস্কৃতি আৰু আমাৰ নিজৰ প্ৰতিও সজাতী হৈ থাকিব পৰা নাই। আমি নিজক অতীতৰ বাবে গৌৰৱ আৰু ভৱিষ্যতৰ বাবে প্ৰত্যয় নথকা বহুধা বিভক্ত মানুহৰ দৰে জ্ঞান কৰিলে নৈৰাশ্য, হতাশা আৰু নিৰুৎসাহৰ বাদে আমি আন কি আশা কৰিব পাৰো!

ভাৰতীয় সংস্কৃতিৰ এক মহান ঐতিহ্য আছে। এই সংস্কৃতি ইছলামৰ আবিৰ্ভাৱৰ পূৰ্বৰ; খ্ৰীষ্ট ধৰ্ম অহাৰো আগৰ। কেৰালাৰ ছাইৰীয়ান খ্ৰীষ্টিয়ানবিলাকৰ দৰে প্ৰাচীন খ্ৰীষ্টিয়ানবিলাকেও প্ৰশংসনীয় দৃঢ়তাৰে ভাৰতীয়ত্ব অক্ষুণ্ণ ৰাখিছিল। তেওঁলোকৰ বিবাহিতা নাৰীবিলাকে মংগলসূত্ৰ পিন্ধে আৰু পুৰুষসমাজে কেৰালাৰ পৰম্পৰাৰে ধুতি পিন্ধে বুলিয়েই তেওঁলোক কম খ্ৰীষ্টিয়ান নেকি বা খ্ৰীষ্টিয়ান নহয় নেকি? কেৰালাৰ মুখ্যমন্ত্ৰী এ কে এণ্টনী বিধৰ্মী নহয়, কাৰণ

তেওঁ আৰু তেওঁৰ মানুহবোৰ কেৰালাৰ সংস্কৃতিৰেই অবিচ্ছেদ্য অংশ। খ্ৰীষ্টিয়ান হোৱা বাবেই তেওঁ বিদেশী নহয়। তাৰ বিপৰীতে, ই তেওঁৰ ভাৰতীয়ত্বক এক যোগাত্মক মাত্ৰাহে প্ৰদান কৰিছে। এ আৰ ৰহমান মুছলমান হ'ব পাৰে, কিন্তু তেওঁ যেতিয়া 'বন্দে মাতৰম্' গায় তেতিয়া সম্প্ৰদায় বা ধৰ্মবিশ্বাস নিৰ্বিশেষে প্ৰতিজন ভাৰতীয়ৰ অন্তৰত সেই গানে ঝংকাৰ তোলে।

আমাৰ ঐক্য আৰু সংহতিৰ ধাৰণা আৰু লক্ষ্য বা উদ্দেশ্যৰ একাগ্ৰতাৰ প্ৰতি আটাইতকৈ ডাঙৰ ভাবুকিটো আহিছে সেইসকল আদৰ্শবাদী তাত্ত্বিকৰ পৰা যিসকলে আমাৰ মানুহক ভাগ ভাগ কৰিব বিচাৰি আছে। ভাৰতীয় সংবিধানে ইয়াৰ ছত্ৰছায়াত প্ৰতিজন নাগৰিককে সম অধিকাৰ প্ৰদান কৰিছে। এতিয়া এটাই মাত্ৰ উদ্বেগৰ কাৰণ — সেইটো হৈছে, ধৰ্মীয় স্বৰূপক ধৰ্মীয় আবেগ-অনুভূতিৰ ওপৰত জাপি দিয়াৰ ধাৰা বা প্ৰৱণতা। আমি আমাৰ ঐতিহ্য আৰু পৰম্পৰাৰ স্বাৰ্থত ধৰ্মৰ ঠাইত সাংস্কৃতিক বাতাবৰণক বিকশিত কৰিব নোৱাৰো কিয়? এই প্ৰচেষ্টাইহে আমাৰ আটাইকে মহান ভাৰতীয় হিচাপে প্ৰতিষ্ঠিত কৰিব পাৰিব! আমাৰ মাজৰ ভেদাভেদ ভাব পৰিহাৰ কৰাৰ সময় আহিছে! আজি আমাক এনে এটা অন্তৰ্দৃষ্টি লাগে যিটোৱে আমাৰ মাজত ঐক্য-সংহতি আনিব পাৰে!

যেতিয়া আমি ভাৰতক ইয়াৰ মহান গৌৰৱৰ সৈতে ইয়াৰ অতীতক আধাৰ হিচাপে স্বীকাৰ কৰিম তেতিয়াহে আমি সকলোৰে বাবে শান্তি-সমৃদ্ধিৰে ভৰপূৰ এক সমান আৰু সুন্দৰ ভৱিষ্যতৰ কথা ভাবিব পাৰিমহঁক — য'ত সৃজন আৰু সম্পদৰ প্ৰাচুৰ্য হ'ব। আমাৰ অতীত সদায় আমাৰ লগত আছে। সৰল বিশ্বাসেৰে ইয়াৰ পালন-পোষণ কৰিব লাগিব — ৰাজনৈতিক প্ৰতিদ্বন্দ্বিতা বা প্ৰতিযোগিতাৰ কছৰৎ কৰি ইয়াৰ ধ্বংস আনিব নালাগিব।

উন্নত ভাৰতবৰ্ষ চহৰেৰে ভৰা এখন ৰাষ্ট্ৰ নহ'ব। ই হ'ব কিছুমান সমৃদ্ধ গাঁৱৰ সমষ্টি য'ত থাকিব দূৰ-চিকিৎসা (টেলিমেডিচিন), দূৰ-শিক্ষা (টেলি-এডুকেশ্যন) আৰু ই-কমাৰ্চ। জৈৱ প্ৰযুক্তিবিদ্যা (বায়'টেক্‌ন'লজী), জৈৱ বিজ্ঞান আৰু কৃষি বিজ্ঞান আৰু ঔদ্যোগিক উন্নয়নৰ জৰিয়তে এখন নতুন ভাৰতবৰ্ষৰ জন্ম হ'ব। ৰাষ্ট্ৰৰ স্থান ব্যক্তি স্বাৰ্থ আৰু ৰাজনৈতিক দলৰ উৰ্দ্ধত নহয় — এনে এক জ্ঞানৰ পৰা ওপজা উৎসাহ অন্তৰত লৈ ৰাজনৈতিক নেতাসকলে দেশৰ হকে কাম কৰি যাব। এই দৃষ্টিকোণে চহৰ আৰু গাঁৱৰ বিভেদ আঁতৰ কৰিব— কিয়নো চহৰৰ উপকণ্ঠ গাঁও অঞ্চলতো উন্নতি হ'ব আৰু প্ৰকৃতিয়ে দিব পৰা/ উৎপন্ন আৰু সম্পদ ভোগ কৰাৰ বাবে চহৰীয়াবিলাকো গ্ৰামাঞ্চললৈ যাবগৈ।

আমাৰ দেশৰ নেতৃত্বৰ সন্মুখত গঠনাত্মক পৰিবৰ্তন অনাৰ বাবে সকলো শক্তিকে একত্ৰিত কৰা আৰু সকলোকে অভিযানৰ বাবে প্ৰেৰণ কৰাৰ দৰে

মহান দায়িত্ব আহি পৰিছে। ভাৰতবৰ্ষ অসংখ্য ধৰ্ম আৰু সম্প্ৰদায়ৰ প্ৰায় এশ কোটি মানুহৰ দেশ। ভৌগোলিক বৈচিত্ৰ্যৰ উপৰি বিভিন্ন দৰ্শন বা মতবাদৰ বৰ্ণচ্ছটা আছে। এইটোৱেই আমাৰ ডাঙৰ শক্তি। আচলতে বিচ্ছিন্ন চিন্তা-ভাৱনা, বিচ্ছিন্ন যোজনা আৰু অকলশৰীয়া প্ৰচেষ্টাৰ পৰা ফলোদাম নহয়। এখন সুবিন্যস্ত ভাৰত নিৰ্মাণৰ বাবে মানুহ একেলগে মাৰ বান্ধি ওলাই আহিব লাগিব।

দেশৰ দ্বিতীয় স্বপ্ন বা অন্তৰ্দৃষ্টিয়ে দেশত এক নৱজন্মৰ সূচনা কৰিব। এখন শক্তিশালী ভাৰতবৰ্ষ নিৰ্মাণৰ গধুৰ দায়িত্ব বিবেকবান আৰু দূৰদৃষ্টিসম্পন্ন ৰাজনৈতিক নেতৃত্বৰ হাতত।

**সাৰাংশ ঃ**

বিফলতাৰ মাজতে সাফল্যৰ কাহিনীও আছে। চূড়ান্ত বিশৃংখলতাৰ মাজতো আছে আশাৰ ৰেঙনি আৰু সমস্যাৰ মাজতে থাকে অংগীকাৰ বা আশ্বাস। আমাৰ এইখন এশ কোটি মানুহৰ দেশ, যি মানুহৰ মাজত অসংখ্য বিশ্বাস আৰু মতবাদ বা দৰ্শন আছে। জাতীয় দূৰদৃষ্টিৰ অভাৱ হ'লে স্তৰৰ ফাঁটবোৰ স্পষ্ট হৈ আমাক দুৰ্বল কৰিব। স্তৰৰ গাঁঠনি সুদৃঢ় কৰিব লাগিব আৰু আমাৰ সকলোকে একেখন ৰাষ্ট্ৰীয় মঞ্চত একত্ৰিত কৰিব লাগিব।

## ষষ্ঠ অধ্যায়

# জ্ঞানী সমাজ

'জ্ঞান এবিধ ধ্বংস ৰোধ কৰিব পৰা অস্ত্ৰ। শত্ৰুৱেও ধ্বংস কৰিব নোৱৰা ই এটা ভিতৰুৱা দুৰ্গ।'

—তিৰুক্কুৰল, ৪২১ (২০০ খ্ৰীষ্টপূৰ্ব)

প্রাচীন ভাৰতবৰ্ষ জ্ঞান-বিজ্ঞানত এখন অগ্ৰণী দেশ আছিল। দেশৰ ওপৰত হোৱা অসংখ্য আক্ৰমণ আৰু ঔপনিবেশিক শাসনে ইয়াৰ অনুষ্ঠান-প্ৰতিষ্ঠানবোৰ ধ্বংস কৰাৰ উপৰি ইয়াৰ যোগ্যতাও হৰণ কৰিছিল। ক্ৰমে ক্ৰমে ইয়াৰ মানুহবোৰৰ অস্তিত্ব বহুত তলৰ স্তৰলৈ অৱনমিত হ'ল। ইংৰাজবোৰে যেতিয়া দেশ এৰি গুচি গ'লগৈ তেতিয়া আমাৰ দেশৰ ডেকাসকলৰ লক্ষ্য অধঃপতিত হৈছিল। তেওঁলোকে সাধাৰণভাৱে জীৱিকা নিৰ্বাহ কৰিয়েই সন্তুষ্ট হৈছিল। ভাৰতবৰ্ষ মূলতঃ জ্ঞান-বিজ্ঞানৰ ভূমি আছিল। ই নিজৰ হৃত গৌৰৱ পুনৰুদ্ধাৰ কৰিবই লাগিব। এবাৰ হৃত গৌৰৱ উদ্ধাৰ কৰিব পাৰিলে জীৱনৰ গুণ-গৰিমা ভৰা এখন উন্নত ৰাষ্ট্ৰৰ শক্তি আৰু সাৰ্বভৌমত্ব লাভ কৰাৰ বাবে বৰ বেছি সংগ্ৰাম কৰিব নালাগিব।

জ্ঞানৰ বহুতো ৰূপ আছে। ইয়াক বহু ঠাইত লাভ কৰিব পাৰি। শিক্ষা, সূচনা, বুদ্ধি-বৃত্তি আৰু অভিজ্ঞতাৰ যোগেদি এই জ্ঞান আৰ্জন কৰিব পাৰি। শৈক্ষিক অনুষ্ঠানসমূহৰ ওজাদেউৰ ওচৰত, পুথিভঁৰালত, গৱেষণা পত্ৰত, আলোচনা-চক্ৰ আদিৰ প্ৰতিবেদনত, আৰু বিভিন্ন সংগঠন আৰু কৰ্মস্থানত কৰ্মচাৰী-প্ৰবন্ধক, ড্ৰয়িং, কাম-কাজৰ খতিয়ান, আনকি দোকানৰ মজিয়াতো ইয়াক পাব পাৰি। এই আটাইবোৰ কাৰ্য-সম্পাদন আৰু উৎপাদনতো জ্ঞানে গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰে। আমাৰ ঐতিহ্য আৰু ইতিহাস, কৰ্মকাণ্ড, মহাকাব্য আৰু আমাৰ চেতনাৰ এক অংশ হিচাপে গঢ়িত আমাৰ পৰম্পৰ — এই আটাইবোৰ দৰাচলতে পুথিভঁৰাল আৰু বিশ্ববিদ্যালয়সমূহৰ লেখীয়া জ্ঞানৰ বিশাল সম্পদৰ ভাণ্ডাৰস্বৰূপ। আমাৰ গাঁওসমূহতো প্ৰচুৰ অৱক্ষণশীল আৰু পাৰ্থিৱ জ্ঞান আছে। আমাৰ বাতাবৰণতো, যেনে — মহাসাগৰ, জৈৱ সংৰক্ষণ, আৰু মৰুভূমি তথা উদ্ভিদ জগত আৰু জীৱ-জন্তুৰ জগততো জ্ঞানৰ অসীম, ভাণ্ডাৰ লুকাই আছে। আমাৰ দেশৰ প্ৰতিখন ৰাজ্যৰ জ্ঞানী সমাজৰ বাবে অদ্ভুত, অতুলনীয় ক্ষমতা আছে।

জ্ঞান সদায় সমৃদ্ধি আৰু ক্ষমতাৰ চালিকা শক্তি হৈ আহিছে। সেই কাৰণে

সমগ্ৰ পৃথিৱীত কেৱল জ্ঞানাৰ্জনৰ ক্ষেত্ৰহে ঘাই ক্ষেত্ৰ হৈ পৰিছে। আমাৰ দেশতো অতিৰিক্তভাৱে জ্ঞান পৰম্পৰৰ মাজত ভগাই লোৱাৰ সংস্কৃতি গঢ়ি উঠিছে। গুৰু-শিষ্যৰ পৰম্পৰাৰ বাদেও চুবুৰীয়া দেশসমূহৰ পৰা নালন্দা তথা জ্ঞানৰ আন আন কেন্দ্ৰৰ নাম-যশৰ দ্বাৰা আকৰ্ষিত হৈ ইয়ালৈ অহা পৰ্যটকৰ জৰিয়তেও জ্ঞানৰ প্ৰচাৰ আৰু প্ৰসাৰৰ পৰম্পৰা গঢ়ি উঠিছে। প্ৰাকৃতিক আৰু প্ৰতিযোগিতামূলক সুবিধাৰ উপৰি ভাৰতবৰ্ষ কিছুমান বিশেষ যোগ্যতাৰে সমৃদ্ধ দেশ। কিন্তু এইবোৰ কিছুমান পৰিত্যক্ত ক্ষেত্ৰত সিঁচৰতি হৈ আছে আৰু এইবোৰৰ সজাগতাও নিচেই কম। যোৱা শতিকাত সমগ্ৰ বিশ্বৰ মানৱ শ্ৰম-সৰ্বস্ব কৃষিপ্ৰধান সমাজ হৈ নাথাকি এক ঔদ্যোগিক সমাজ হৈ উঠে য'ত প্ৰযুক্তিৰ প্ৰবন্ধন, মূলধন আৰু শ্ৰমে প্ৰতিযোগিতামূলক সুবিধা প্ৰদান কৰে। একৈশ শতিকাত আমি এখন নতুন সমাজ প্ৰত্যক্ষ কৰিছোহঁক য'ত মূলধন আৰু শ্ৰমৰ সলনি জ্ঞানেই প্ৰাথমিক উৎপাদিত সম্পদৰূপে গণ্য হৈছে। আগৰে পৰা থকা এই জ্ঞানৰ সমুচিত প্ৰয়োগে সুস্বাস্থ্য, শিক্ষা আৰু উন্নতিৰ আন আন সংসাধনৰ ৰূপত আমাৰ বাবে সম্পদৰ সৃষ্টি কৰিব পাৰে। জ্ঞানৰ এই বুনিয়াদ সৃষ্টি আৰু তাৰ সফল পৰিচালনা, দক্ষতা বা কৌশল বৃদ্ধি কৰাৰ লগতে বিভিন্ন ক্ষেত্ৰত হোৱা অগ্ৰগতিৰ লাভ উঠাই উৎপাদন ক্ষমতা বঢ়োৱা — ইয়েই আমাৰ সমাজৰ উত্তৰোত্তৰ বিকাশত নিৰ্ণায়ক ভূমিকা ল'ব পাৰিব। কোনো এখন দেশ জ্ঞানবান সমাজৰ কষটি শিলত উঠিব পাৰিছে নে নাই সেইটো দেশখনে কিমান সফলতাৰে জ্ঞানৰ সৃজন আৰু তাৰ প্ৰয়োগ কৰিছে তালৈ চাইহে বিচাৰ কৰিব পৰা যায়।

জ্ঞানবান সমাজৰ দুটা গুৰুত্বপূৰ্ণ যৌগ আছে — ইহঁত সামাজিক পৰিৱৰ্তন আৰু সম্পদৰ বিকাশৰ দ্বাৰা চালিত। সামাজিক উত্তৰণ হয় শিক্ষা, চিকিৎসা সেৱা, কৃষি আৰু প্ৰশাসনৰ ক্ষেত্ৰত।

দেশৰ বাবে সম্পদ বিকাশৰ কাম ৰাষ্ট্ৰীয় ক্ষমতাৰ লগত যুক্ত কৰি কৰি সকলোতে বয়ন কৰিব লাগিব। 'টাইফেক্' (টি আই এফ এ চি)ৰ কৰ্মীবাহিনীটোৱে দেশৰ জ্ঞানবান সমাজ হোৱাৰ যি যাত্ৰা তাক আগুৱাই নিয়াৰ বাবে কিছুমান ক্ষেত্ৰ চিনাক্ত কৰিছে। সেই ক্ষেত্ৰসমূহ হ'ল : সূচনা প্ৰৌদ্যোগিকী (ইনফৰমেশ্যন টেকন'লজী), জৈব প্ৰৌদ্যোগিকী (বায়'টেকন'লজী), মহাকাশ প্ৰৌদ্যোগিকী (স্পে'চ টেকন'লজী), বতৰ বিজ্ঞান, বিপৰ্যয় বা দুৰ্ঘটনাৰ মোকাবিলা, টেলি-মেডিচিন আৰু দূৰ-শিক্ষা, পৰম্পৰাগত জ্ঞানৰ প্ৰয়োগৰ প্ৰযুক্তি, সেৱা সংস্থা

আৰু সূচনা আৰু মনোৰঞ্জন বা আমোদ-প্ৰমোদৰ সমন্বয়ত ওপজা 'ইন্‌ফো-টেইন্‌মেণ্ট্'। সৌভাগ্যক্ৰমে, এই মুখ্য প্ৰযুক্তিসমূহক যুব সম্প্ৰদায়ৰ 'উদ্যমী আবেগ-অনুভূতিৰে উন্নত হোৱা সূচনা প্ৰযুক্তিৰ মাধ্যমেৰে একত্ৰিতভাৱে বয়ন কৰিব পাৰি।

এইদৰে জ্ঞানবান সমাজ নিৰ্মাণৰ বাবে বহু ধৰণৰ প্ৰযুক্তি আৰু তাৰ সমুচিত প্ৰবন্ধন প্ৰণালীৰ সহযোগ বা সুসমন্বয় সাধিত হ'ব লাগিব। সূচনা প্ৰৌদ্যোগিকীৰ ক্ষেত্ৰত আমাৰ দেশখনে যি ধৰণে নিজৰ বাবে আছুতীয়া স্থানৰ সৃষ্টি কৰিছে তাৰ পৰা এইটো স্পষ্ট অনুমান কৰিব পাৰি যে অতিশীঘ্ৰে ই নিজক জ্ঞানবান সমাজলৈ উন্নীত কৰাৰ সুযোগ গ্ৰহণ কৰিব। উক্ত ঘাই ঘাই ক্ষেত্ৰসমূহত ধনৰ উৎপাদন কাৰ্য-প্ৰণালী আৰু ২০০৮ চনৰ ভিতৰত সূচনা প্ৰৌদ্যোগিকীৰ সহায়ত পঞ্চাশ নিযুত ডলাৰৰ ৰপ্তানীৰ লক্ষ্যত উপনীত হোৱা বিষয়টোৰ ওপৰত সম্প্ৰতি বিচাৰ-বিশ্লেষণ চলি আছে। তাৰ উপৰি সামাজিক বিৱৰ্তন ত্বৰান্বিত কৰাৰ লক্ষ্যৰে কেনেকৈ ঘৰুৱাভাৱে ত্ৰিশ নিযুত ডলাৰ মূল্যৰ সূচনা প্ৰৌদ্যোগিকী উৎপাদন কৰা ক্ষমতাৰ বিকাশ সাধন কৰা যায় তাৰো হিচাপ-নিকাচ চলি আছে। মই বৰ সুখী হৈছো এই কাৰণে যে ভাৰতক জ্ঞানবান সমাজলৈ উন্নীত কৰাৰ বাবে যোজনা আয়োগে এক সুদূৰপ্ৰসাৰী কাৰ্য-যোজনা প্ৰস্তুত কৰাৰ বাবে উদ্যোগ হাতত লৈছে। এই মহান উদ্দেশ্যে গঠিত হোৱা কৰ্ণধাৰ সমিতিৰ অধ্যক্ষ হ'ব পৰাটো মোৰ বাবে পৰম সৌভাগ্য।

উচিত নীতি-নিৰ্দেশনা আৰু প্ৰশাসনীয় পদ্ধতিৰ বিৱৰ্তন, নিয়ামক বিধিসমূহৰ পৰিৱৰ্তন, অংশীদাৰবিলাকৰ চিনাক্তকৰণ, আৰু যিটো আটাইতকৈ দৰকাৰী — ডেকা আৰু গতিশীল নেতাৰ সৃষ্টি — এই যৌগ বা মূল বিষয়বোৰক উপযুক্ত স্থানত ৰখাটোৱেই প্ৰধান কাম। জ্ঞানবান সমাজ স্থাপনৰ বাবে অন্যধৰণৰ অৰ্থাৎ ধনৰ উৎপাদন বৃদ্ধিৰ উদ্দেশ্যেৰে নাগৰিকক কেন্দ্ৰত ৰখাৰ দৃষ্টিভংগী গ্ৰহণ কৰিব লাগিব যাতে ব্যৱসায়ৰ নীতি, প্ৰয়োগকৰ্তা-প্ৰেৰিত প্ৰৌদ্যোগিকীৰ নিৰ্মাণ আৰু সঘন উদ্যোগ-প্ৰয়োগশালা শিক্ষণ সংস্থাৰ সৈতে সম্পৰ্ক আৰু সমন্বয় সাধন কৰিব পাৰিব।

২০১০ চনৰ ভিতৰত জ্ঞানৰ ক্ষেত্ৰত মহাশক্তি হিচাপে আত্মপ্ৰকাশ কৰাটোৱেই দেশৰ বাবে মহত্বপূৰ্ণ অভিযান। জ্ঞানবান সমাজৰ সামাজিক উত্তৰণ আৰু সম্পদ বৃদ্ধিৰ দ্বি-মাত্ৰিক লক্ষ্য থাকিলে ভাৰতবৰ্ষ জ্ঞানৰ মহাশক্তিলৈ বিৱৰ্তিত হোৱাৰ উদ্দেশ্যে এটা তৃতীয় মাত্ৰাৰো জন্ম হ'ব। এইটো জ্ঞানৰ সংৰক্ষণ আৰু

তাৰ বাবে উল্লেখযোগ্য দায়িত্ববোধৰ প্ৰয়োজন। সতৰ্ক দৃষ্টি আৰু পৰ্যবেক্ষণৰ জৰিয়তে আমাৰ সংযোগ ব্যৱস্থা আৰু সূচনা উৎপাদকক ইলেক্ট্ৰনিক আক্ৰমণৰ পৰা ৰক্ষা কৰাটো আটাইতকৈ বেছি প্ৰয়োজনীয়। বৌদ্ধিক সম্পদৰ অধিকাৰ আৰু সম্বন্ধীয় ইছ্যু বা বিষয়বিলাকৰ ওপৰত কেন্দ্ৰীয় দৃষ্টি নিবদ্ধ কৰিব লাগিব। আমাৰ প্ৰাচীন জ্ঞান আৰু সংস্কৃতিও আমাৰ সম্পদৰ বুনিয়াদৰ ওপৰতে বৰ্তি থকা অংশ। সেইবাবে ইয়াৰো সংৰক্ষণ কৰিব লাগিব।

১৯৬০ চনত কৃষি ক্ষেত্ৰত আংশিক বা সামগ্ৰিকভাৱে দেশৰ জনসংখ্যাৰ শতকৰা ৭৪ ভাগ মানুহক নিযুক্ত কৰিছিল। ১৯৯২ চনত ই শতকৰা ৬২ ভাগলৈ নামে আৰু ২০১০ চনৰ ভিতৰত আৰু অৱনমিত হৈ শতকৰা ৫০ ভাগলৈ আহিব বুলি প্ৰত্যাশা কৰা হৈছে। অৱশ্যে তেতিয়ালৈ কৃষি উপজাত সামগ্ৰীৰ চাহিদা বাঢ়ি দুগুণ হ'বগৈ। খেতি-বাৰী আৰু কৃষি উৎপাদন ক্ষেত্ৰত নিযুক্ত মানৱশক্তিৰ ন্যূনতাৰ ফেৰ মাৰিবলৈ উৎপাদনক্ষমতা বৃদ্ধি কৰাৰ লগতে খেতি চপোৱাৰ পিছত আৰু উৎকৃষ্ট প্ৰবন্ধন আৰু বিপণন সম্ভৱ কৰিব লাগিব।

মণিপাল একাডেমী অব্ হায়াৰ এডুকেশ্যনে চেন্নাইত এখন সমাৰোহৰ আয়োজন কৰিছিল। সেই সমাৰোহত মোৰ লগতে সেউজ বিপ্লৱৰ জনক শ্ৰী চি সুব্ৰমণিয়াম আৰু বিখ্যাত উকীল শ্ৰী এন এ পাল্কীৱালাক সন্মানিত কৰা হৈছিল। সমাৰোহ শেষ হোৱাৰ পিছতে মই নবৈ বছৰ বয়সীয়া সুব্ৰমণিয়ামক তেওঁৰ দ্বিতীয় এটা সেউজ বিপ্লৱৰ সপোন সম্পৰ্কে সোধা-পোছা কৰিলো। তেওঁ বৰ্ণ সংকৰ বীজৰ বিকাশৰ উদ্দেশ্যে এক নেশ্যনেল এগ্ৰো ফাউণ্ডেশ্যন স্থাপিত কৰা বাবে থকা নিজৰ স্বপ্নৰ কথা দোহাৰিলে। তেওঁৰ ফাউণ্ডেশ্যনে ক্ষুদ্ৰ আৰু মজলীয়া খেতিয়কক আনি তেওঁলোকক বিভিন্ন সা-সুবিধা প্ৰদান কৰিব। যেনে— ভূমি পৰীক্ষাৰ বাবে প্ৰয়োগশালাৰ ব্যৱহাৰ, বতৰ সম্বন্ধীয় সূচনা আৰু বজাৰত সোমোৱাৰ সুবিধা দি তেওঁলোকে যাতে বৰ্ধিত ফচল পায় আৰু উৎপাদিত দ্ৰব্যৰ সমুচিত মূল্যৰ যোগে যাতে বেছি আৰ্জন কৰিব পাৰে তাৰ প্ৰতি চকু দিব। তেওঁৰ এক নিযুত খেতিয়কক সেই যোজনাৰ অধীনলৈ অনাৰ লক্ষ্য আছে। সঁচা কথা — স্বপ্নদৰ্শীৰ বয়স আগ নাবাঢ়ে।

আৰু এবাৰ মই কইম্বাটুৰৰ ওচৰৰ পোলাচীত অৱস্থিত ড° মহালিংগম্ কলেজ অব্ ইঞ্জিনীয়াৰিং এণ্ড টেকন'লজীৰ ছাত্ৰ-ছাত্ৰীসকলক সম্বোধি বক্তৃতা দিছিলো। মহান উদ্যোগপতি আৰু শিক্ষাবিদ ড° এন মহালিংগম্ মোৰ লগতে বহিছিল। দেশে কেনেকৈ কৃষি, ৰসায়ন আৰু বয়ন উদ্যোগৰ জৰিয়তে সম্পদৰ

বিকাশ সাধন কৰিব পাৰিব তেওঁ মোৰ আগত তাকে কৈ আছিল। উদ্যোগ আৰু শিক্ষানুষ্ঠান প্ৰতিষ্ঠা কৰাৰ তেওঁৰ অভাৱনীয় সাফল্যত অভিভূত হৈ মই তেওঁক সুধিছিলো, 'ছাৰ! আপোনাৰ পৰৱৰ্তী অভিযান কি?' মই যে এজন প্ৰায় আশী বছৰীয়া লোকক এই প্ৰশ্নটো কৰিছিলো সেইটো মোৰ জ্ঞান আছিল।

ড° মহালিংগমে উত্তৰ দিলে, 'মই দুই হাজাৰ পাঁচশ বছৰ পূৰ্বৰ শেষ সংগমত ব্যৱহাৰ কৰা তামিল লিপিৰ বিশ্লেষণ কৰিছো। এতিয়া পাঁচ হাজাৰ বছৰৰ আগতে প্ৰথম সংগমত ব্যৱহৃত তামিল লিপিৰ ওপৰত গৱেষণা কৰাৰ কথা ভাবিছোঁ।'

মই আকৌ এবাৰ অনুভৱ কৰিলো যে স্বপ্নদৰ্শীবোৰ বুঢ়া নহয়।

উদ্যোগৰ ফালে চকু দিলে দেখিব যে ১৯৬০ চনত মুঠ জনসংখ্যাৰ শতকৰা ১১ ভাগ মানুহক  ক্ষুদ্ৰ উদ্যোগ আৰু বৃহৎ উদ্যোগত নিয়োগ কৰা হৈছিল। ১৯৯২ চনতো এই শতকৰা ১১ ভাগৰ ধাৰা অব্যাহত থাকিল। সি যি কি নহওক, প্ৰত্যাশিত জি ডি পি বৃদ্ধি, আনহাতে বিশ্ব বাণিজ্য সংস্থা (ডব্লিউ টি ও)ৰ ব্যৱসায়িক প্ৰতিবন্ধন উঠাই লোৱাৰ বাবে বৰ্ধিত প্ৰতিযোগিতাৰ কথা মনত ৰাখি অহা ২০১০ চনৰ ভিতৰত এই হাৰ শতকৰা ২৫ ভাগলৈ বৃদ্ধি কৰিব লাগিব। নিয়োগৰ আৰ্হিয়েও বেলেগ ৰূপ ল'ব। সেৱা আৰু জ্ঞান-বিজ্ঞানৰ সৈতে যুক্ত উদ্যোগ ক্ষেত্ৰৰ সংস্থান ১৯৬০ চনৰ শতকৰা ১৫ ভাগৰ বিপৰীতে ১৯৯২ চনত শতকৰা ২৭ ভাগলৈ বৃদ্ধি পাইছে। বুনিয়াদৰ ৰক্ষণাবেক্ষণ ক্ষেত্ৰ, সূচনা প্ৰৌদ্যোগিকী ক্ষেত্ৰ আৰু আমোদ-প্ৰমোদৰ দাবীৰ  পৰিপ্ৰেক্ষিতত ই আৰু বাঢ়ি শতকৰা ৫০ ভাগ হ'বগৈ। এই বৃহৎ পৰিৱৰ্তনৰ ফল স্বৰূপে আৰু বেছি প্ৰশিক্ষণপ্ৰাপ্ত কৰ্মীৰ প্ৰয়োজন হ'ব। আমাৰ বাণিজ্য আৰু উদ্যোগ জগতৰ নেতাসকলে এই ৰূপান্তৰৰ বাবে নিজক সাজু কৰিব লাগিব।

গাঁৱৰ পৰা চহৰলৈ হোৱা অবাধ প্ৰব্ৰজনে এইটোকে সূচায় যে দুয়োটাৰ মাজত জীৱন ধাৰণৰ মানদণ্ডৰ যথেষ্ট অসমতা আছে। আদৰ্শগতভাৱে গ্ৰামীণ আৰু চহৰীয়া দুয়ো ক্ষেত্ৰ সমানে আকৰ্ষণীয় হ'ব লাগিব যাতে কোনো ফালৰ পৰা প্ৰব্ৰজন নহয়। গ্ৰাম্য আৰু চহৰীয়া প্ৰব্ৰজনৰ শূন্য হাৰ উন্নয়নসূচক চিহ্ন। ভাল লগা সেই ভাৰসাম্যতা আমি কিদৰে প্ৰাপ্ত হ'ব পাৰিম? গ্ৰামোন্নয়নেই একমাত্ৰ সমাধান। অৰ্থাৎ বৰ্তমানে নগৰসমূহত লাভ কৰা সা-সুবিধাবোৰ গ্ৰামাঞ্চলতো যোগাব লাগিব। ইয়াৰ ফলত চহৰবোৰৰ নিচিনাকৈ গ্ৰামাঞ্চলতো একে স্তৰৰ আৰু একে মানদণ্ডৰ নিয়োগৰ সা-সুবিধা ওলাব। আন এটা

প্ৰত্যাহ্বান হ'ল এই সা-সুবিধাবোৰ চহৰৰ তুলনাত কম বিত্তীয়, সামাজিক, সাংস্কৃতিক আৰু পাৰিপাৰ্শ্বিক মূল্যৰ ওপৰত প্ৰাপ্ত কৰাব লাগিব।

এইটো আমাৰ আশা যে পৰ্যাবৰণৰ কথা মনত ৰাখি সংস্থান বৃদ্ধি ব্যৱস্থাৰ ফলত গ্ৰামাঞ্চলবোৰ চহৰাঞ্চলতকৈ বেছি নহ'লেও প্ৰায় সমান সমান আকৰ্ষক হৈ উঠিব। তেতিয়া গ্ৰামোন্নয়নৰ ফলত গাঁৱৰ পৰা চহৰলৈ হোৱা প্ৰব্ৰজন ৰোধ কৰিব পৰা যাব। সেইবাবে, পুৰা (পি ইউ আৰ এ)ৰ উদ্দেশ্য হ'ল ভৌতিক, ইলেক্ট্ৰনিক জ্ঞান আৰু আৰ্থিক সম্পৰ্ক স্থাপন কৰা।

ভাৰতবৰ্ষৰ অভিজ্ঞতাৰ পৰা এইটো স্পষ্টকৈ বোধগম্য হয় যে গ্ৰামাঞ্চলসমূহে ভুগি থকা প্ৰধান সমস্যাটো হ'ল দুৰ্দশাগ্ৰস্ত সংযোগ বা যোগাযোগ, আন একো নহয়। ৰাস্তাৰ সহায়ত গাঁওবিলাকৰ সংযোগ সাধন আৰু উন্নত পৰ্যায়ৰ পৰিবহণ ব্যৱস্থাইহে সেই ত্ৰুটিৰ সংশোধন কৰিব পাৰিব। এইদৰে সংযুক্ত গাঁওবিলাকে বহু ধৰণৰ সেৱাৰ বাবে বৃহৎ বজাৰৰ সুবিধা দিব পাৰিব — যি প্ৰয়াস কোনোৱে অকলে কৰিব নোৱাৰে। ৰাস্তা আৰু পৰিবহণ সেৱা — এই দুয়োটা ব্যৱস্থাই সংযুক্ত গাঁওবিলাকক অতি শীঘ্ৰে প্ৰায় নগৰলৈ ৰূপান্তৰিত কৰিব পাৰে — য'ত হাজাৰ হাজাৰ মানুহৰ বাবে বজাৰ থাকিব। অত্যাধুনিক দূৰ সঞ্চাৰ সম্পৰ্ক ব্যৱস্থাৰে যুক্ত এনে ক্ষেত্ৰৰ দ্ৰুত বিকাশ হোৱাৰ লগতে পাৰস্পৰিকভাৱে সংযুক্ত লোকে অধিক বিনিয়োগৰ আকৰ্ষণ কৰিব। অধিক বিনিয়োগে অধিক লোকক আকৰ্ষণ কৰিব। ইয়াৰ বাবে ঘাইকৈ কিছু সংখ্যক গাঁৱৰ নিৰ্বাচন, সিবোৰক পৰিবহণ আৰু দূৰ সঞ্চাৰ সম্পৰ্কৰ মাধ্যমত সংযুক্ত কৰা, সেই গাঁৱৰ বৃত্তৰ চৌপাশে স্কুল, হাস্পতাল আৰু অন্যান্য সমাজ সেৱা সংস্থা স্থাপনৰ বাবে খ্যাতিসম্পন্ন বিশেষজ্ঞক উৎসাহিত কৰা, উদ্যোগ আৰু বাণিজ্যক আকৰ্ষিত কৰাৰ বাবে এই সুবিধা থকা ঠাইৰ বিপণন আৰু সেই ক্ষেত্ৰত ইন্টাৰনেট সম্পৰ্কৰ সুবিধা সুলভ কৰা প্ৰয়োজন।

এই আৰ্হিত এনে কিছুমান ক্ষেত্ৰৰ পৰিকল্পনা কৰা হৈছে যিবোৰে গ্ৰামাঞ্চলৰ জীৱনৰ মানদণ্ড উন্নত কৰাৰ লগে লগে চহৰ এলেকাতো ভিৰ কমাব পাৰে। স্বাভাৱিকতে চহৰবোৰৰ নিয়ন্ত্ৰণহীন ভিৰেই হ'ল ঘাই সমস্যা। সকলো এলেকাত সুন্দৰ পানী যোগান ব্যৱস্থা আৰু জাবৰ-জোঁথৰ আঁতৰোৱা — এই দুটা সৰ্বপ্ৰথম প্ৰয়োজন। ন্যূনতম আকাৰৰ তলৰ বসতি স্থান বিকাশক্ষম নহয় আৰু ই ভিৰসৰ্বস্ব চহৰৰ প্ৰতিদ্বন্দ্বী হ'ব নোৱাৰে। আনহাতে, বিস্তৃতিৰ ন্যূনতম আকাৰ অতিক্ৰম কৰা এখন নতুন নগৰৰ তুলনাত বৰ্তমানে ভিৰপ্ৰধান চহৰবিলাক

আৰ্থিক দৃষ্টিকোণৰ পৰাও মিতব্যয়ী হৈ থাকিব নোৱাৰে। ১০ কিলোমিটাৰ দীৰ্ঘ আৰু ৬ কিলোমিটাৰ প্ৰস্থ জোখৰ আয়তক্ষেত্ৰৰ আকাৰবিশিষ্ট লৌকিক বা প্ৰচলিত চহৰৰ বিৰুদ্ধে এই আৰ্হিটোৱে মুদ্ৰাকৃতিত বনোৱা চহৰক সামৰি লৈছে — য'ত আঠৰ পৰা দহখন গাঁও থাকিব, প্ৰতিখন গাঁৱৰ ক্ষেত্ৰফল হ'ব যাঠি বৰ্গকিলোমিটাৰ আৰু পৰিবহণ কেন্দ্ৰলৈ সোমাই যোৱা দূৰত্ব হ'ব এক কিলোমিটাৰ। এনেবোৰ চহৰৰ বাবে দৰকাৰ এটা পৰিবহণ পথৰ, যাৰ দূৰত্ব হ'ব আয়তক্ষেত্ৰাকাৰ চহৰৰ বাবে লগা পথৰ আধা। গতিকে পৰিবহণৰ সঘনতা দুগুণ আৰু প্ৰতীক্ষাৰ সময় আধা হ'ব। ইয়াত জংচন নাথাকে। আয়তাকাৰ যোজনাত য'ত আঠটা ৰাস্তাৰ প্ৰয়োজন ইয়াৰ এই আৰ্হিত এটা ৰাস্তাই যথেষ্ট। গতিকে মানুহে ইটোৰ পৰা সিটো ৰাস্তা বদলোৱাৰো আৱশ্যকতা নাথাকে। ই যাতায়াতৰ সময় বচায়। তাৰ উপৰি, যিহেতু আটাইবোৰ যান-বাহন এটা মাত্ৰ ৰাস্তাতে ঘনীভূত থাকে সেইবাবে অপেক্ষাকৃত কম বসতিপূৰ্ণ স্থানৰ বাবেও উন্নত যাতায়াত প্ৰণালী মিতব্যয়ী হয়। ইয়াৰ ফলত দেখদেখকৈ খৰচ কম হয় আৰু মানুহৰো বেছি সুবিধাজনক হয়।

ভাৰতবৰ্ষক জ্ঞানৰ ক্ষেত্ৰত বৃহৎ শক্তি বনোৱাৰ বাবে গ্ৰামীণ বিকাশ অতি আৱশ্যকীয়। গ্ৰামীণ সংযোগ সাধন স্বাস্থ্যসেৱা আৰু শিক্ষাক গ্ৰামাঞ্চললৈ লৈ যোৱাৰ বাবে ন্যূনতম প্ৰয়োজনীয়তা। কিছুমান এলেকাৰ উন্নয়নৰ বাবে নক্সা প্ৰস্তুত কৰা হৈছে। আমি সেই দিশত কাম কৰিব লাগিব।

'টাটা গ্ৰুপ অব্ কোম্পানীজ'ৰ অধ্যক্ষ শ্ৰীৰতন টাটাই মোক পুনাত অৱস্থিত টেল্‌কো চাই আহিবলৈ নিমন্ত্ৰণ জনালে। তেওঁ মোক বিশেষকৈ সম্পূৰ্ণভাৱে স্বদেশী ইণ্ডিকা কাৰখনৰ ডিজাইনিং, উন্নয়ন আৰু নিৰ্মাণ কাৰুকাৰ্য নিজ চকুৰে চাই আহিবলৈ অনুৰোধ কৰিছিল। তালৈ যোৱাৰ সুযোগ এটা পাই মই উৎসাহিত হ'লো। মই ভাবিলো — তালৈ গ'লে মই চাগৈ সততে অ'ত ত'ত সন্মুখীন হৈ অহা প্ৰশ্ন কিছুমানৰ উত্তৰ পাই যাম।

১৯৮০ চনত আমাৰ 'ইছ্ৰো'ৰ দলটোৱে উপগ্ৰহ প্ৰক্ষেপণ যান প্ৰক্ষেপিত কৰি ৰোহিণীক পৃথিৱীৰ পৰা নাতি উচ্চ কক্ষত স্থাপন কৰিলে — সেইটো ৰাষ্ট্ৰৰ কাৰণে এক ডাঙৰ ঘটনা হিচাপে চিহ্নিত হৈছিল। ২০০১ চনৰ ৪ জানুৱাৰীৰ দিনা মই পাতল যুঁজাৰু বিমান (এল চি এ — লাইট কমবেট এয়াৰক্ৰাফট্)ৰ প্ৰথম হুবহু আকৃতিৰ বিমানখন আকাশত উৰা দেখিলো। এৰ'নটিকেল ডেভেলপমেণ্ট এজেন্সিয়ে নিজৰ দেশতেই ইয়াৰ ডিজাইন কৰাৰ

উপৰি বিকাশ সাধন কৰিছিল। এই সফলতাৰ পিছত, ভাৰতবৰ্ষক এই অত্যাধুনিক ক্ষেত্ৰত ক্ষমতাপ্ৰাপ্ত দেশবোৰৰ অন্যতম বুলি অভিহিত কৰা হৈছিল। এইটো বিভিন্ন 'আৰ এণ্ড ডি' প্ৰয়োগশালা, উদ্যোগ, শৈক্ষিক প্ৰতিষ্ঠান, প্ৰয়োগকৰ্তা আৰু চৰকাৰৰ মাজৰ তীব্ৰতৰ গ্ৰন্থনাৰ ফল।

মই তালৈ যাওঁতে ৰতন টাটাই মোক কৈছিল যে অটোমবাইল ছেক্টৰত ভাৰতবৰ্ষক আন্তৰ্জাতিক পৰ্যায়লৈ লৈ যোৱাৰ তেওঁৰ এটা স্বপ্ন আছে। স্বপ্নক বাস্তৱায়িত কৰাৰ বাবে, তেওঁ সময় আৰু ধন ভাঙি ইউনিট স্থাপন কৰাৰ পৰিৱৰ্তে বিভিন্ন দেশৰ গাড়ী নিৰ্মাণ ইউনিটবোৰ অধিগ্ৰহণ কৰাৰ সিদ্ধান্ত কৰিলে। তেওঁ নিজৰ ক্ষমতাৰে পাঁচগুণ বেছি গাড়ী নিৰ্মাণ কৰিব পৰা দিনটোলৈ বাট চাই আছে যাতে আন্তঃৰাষ্ট্ৰীয় পৰ্যায়ৰ প্ৰতিযোগিতাৰ লগত সমানে ফেৰ মাৰিব পাৰে! সেইটো খুব ভাল বুদ্ধি। মই এইটোও যোগ দিব খোজো যে ভাৰতৰ ঔদ্যোগিক স্থানসমূহ প্ৰথমতে ঔদ্যোগিক জোঁট হ'ব লাগিব, তাৰ পিছত ইয়াক বহু ৰাষ্ট্ৰীয় কোম্পানীলৈ ৰূপান্তৰিত কৰিব লাগিব।

ইতিপূৰ্বে উল্লেখ কৰা কিছুমান ৰাষ্ট্ৰৰ কাম কৰিবলৈ যাওঁতে হোৱা আমাৰ অভিজ্ঞতাবোৰৰ কথা কৈ শুনাবলৈ মোক আৰু মোৰ দলটোক কিছুমান বৈজ্ঞানিক, ঔদ্যোগিক, শৈক্ষিক তথা প্ৰবন্ধন প্ৰতিষ্ঠানে আমন্ত্ৰিত কৰিছিল। মুম্বাইত ছাত্ৰ-ছাত্ৰীবোৰৰ সৈতে আলাপ কৰি থাকোতে উত্থাপিত হোৱা এটা প্ৰশ্ন আজিও মোৰ কাণত বাজি থাকে।

'ড° কালাম! আমাৰ ভাৰতবৰ্ষই নিজৰ উপগ্ৰহ প্ৰক্ষেপণ যান (এছ এল ভি) আৰু উপগ্ৰহ নিৰ্মাণ আৰু উৎপাদন কৰিব পাৰে। তাৰ উপৰিও নিজস্ব সামৰিক বিশেষত্বৰ ক্ষেপণাস্ত্ৰ, পৰমাণু অস্ত্ৰ-শস্ত্ৰ আৰু শক্তিৰ আস্থানো বনাব পাৰে। সেইবাবে আমি অতিশয় আনন্দিত! আপুনি মোক ক'ব পাৰিবনে ভাৰতবৰ্ষই কেতিয়া মানে ভাৰতীয় ইঞ্জিন থকা নিজস্ব যাত্ৰীবাহী গাড়ী এখনৰ আৰ্হি বনাই উৎপাদন কৰিব পাৰিব?'

মই যেতিয়া 'টেল্‌কো'ত ডিজাইন, যৌগসমূহৰ নিৰ্মাণ, ছাব-এছেম্বলী, ইণ্টিগ্ৰেছন, টেষ্টিং প্লেণ্ট আদি চাই আছিলো তেতিয়া মোক কৈছিল যে কোম্পানীয়ে বছৰি ৬০,০০০ খনকৈ গাড়ী নিৰ্মাণ কৰে। ঠিক তেতিয়াই ওপৰৰ প্ৰশ্নটো মোৰ মনত পৰি গ'ল। মই অকল প্ৰশ্নটোৰ উত্তৰেই নহয়, আমাৰ দেশৰ কাৰিকৰী ক্ষমতাও স্বচক্ষে প্ৰত্যক্ষ কৰিলো।

নতুন ধাৰণা এটাই মূৰ্ত ৰূপ লোৱা প্ৰত্যক্ষ কৰাৰ বাবে মই আৰু এটা

সুযোগ পাইছিলো। 'উইপ্ৰো'য়ে মোক ২০০০ চনৰ অক্টোবৰ মাহত বাংগালোৰত এখন চলন্ত 'হাৰ্ট কেয়াৰ ক্লিনিক' চালু কৰা উপলক্ষে পতা অনুষ্ঠানত ভাগ ল'বলৈ মাতিছিল। এইটো উইপ্ৰো-জি ই, কেয়াৰ ফাউণ্ডেশ্যন আৰু ক্ৰেন-জেইদ্‌চ্‌ৰ যুটীয়া সহযোগত গঢ়ি উঠা অনুষ্ঠান। মোৰ বন্ধু অৰুণ তেৱাৰী আৰু মই এই পৰিযোজনাটোৰ বাবে আৰ্হি দিছিলো। উদ্বোধনী অনুষ্ঠানৰ পিছত মই 'উইপ্ৰো-জি ই' চেণ্টাৰটো চালো। এই সংস্থাটোৱে অত্যাধুনিক প্ৰযুক্তিৰ সহায়ত চিকিৎসাত ব্যৱহৃত বিশেষ বিশেষ আহিলাবোৰৰ নিৰ্মাণ কৰে। মই তাত সোমোৱাৰ লগে লগে এজন ডেকা মানুহ মোৰ ফালে আগবাঢ়ি আহিল আৰু ভাৰতৰ ৰাষ্ট্ৰীয় পতাকা এখন মোৰ পিন্ধি থকা চোলাটোত পিন্‌ মাৰি লগাই দিলে। মই তেওঁৰ সৈতে কৰমৰ্দন কৰি উঠি সুধিলো, 'হে ডেকা ল'ৰা! তুমি ইয়াতেই থাকি দেশৰ বাবে কাম কৰিবানে?'

তেওঁ উত্তৰ দিলে, 'ড° কালাম! ৰোগ নিৰ্ণয়ত ব্যৱহৃত মেডিকেল যন্ত্ৰ-পাতি বনোৱা বৃত্তি এটাত মই কাম কৰি আছো। মই এই পেচাটোৰ প্ৰতি দায়বদ্ধ যিটো পেচাত আনৰ দুখ-কষ্ট দূৰ কৰাৰ চেষ্টা কৰা হয়। ইয়াত মোৰ প্ৰয়োজন আছে।' তেওঁৰ উত্তৰ শুনি মই বৰ আনন্দিত হ'লো। স্বয়ং এই কেন্দ্ৰটোৱেই মোক প্ৰভাৱিত কৰিছিল — কাৰণ ই স্বাস্থ্যৰক্ষাৰ ক্ষেত্ৰত দুখন দেশৰ মাজৰ যুগ্ম আৰু যোগাত্মক সহযোগিতাৰ কেন্দ্ৰ।

অনুষ্ঠানৰ পিছত, 'উইপ্ৰো'ৰ মুৰব্বী আজীম প্ৰেমজী মোৰ লগত ৰক্ষা অনুসন্ধান আৰু বিকাশ সংগঠন (ডি আৰ ডি অ')ৰ অতিথিশালালৈ আহিল। বাটে বাটে তেওঁ মোক কৈ আহিছিল যে তেওঁ কৰ্ণাটকৰ প্ৰাথমিক বিদ্যালয়বিলাকক বিভিন্ন ধৰণে সহায় কৰি আছে যাতে আৰু বেছি ছাত্ৰ-ছাত্ৰীক শ্ৰেণীকোঠালৈ আনিব পৰা যায়। অতিথিশালাত চাহ খাই থাকোতে মই তেওঁক সুধিলো, 'ব্যৱসায়িক জগতত উইপ্ৰোয়ে কেনেকৈ ইমান উচ্চ অৱস্থালৈ যাব পাৰিছে?'

প্ৰেমজীয়ে এটা উল্লেখযোগ্য উত্তৰ দিলে, 'ড° কালাম! মোৰ মনলৈ তিনিটা দৃষ্টিকোণ আহিছে। প্ৰথম ঃ কেইবাপুৰুষ ধৰি কঠোৰ পৰিশ্ৰম কৰা আৰু দলৰ কঠোৰ কাম। দুই ঃ আমি উইপ্ৰোত গ্ৰাহকৰ সন্তুষ্টিৰ বাবে কাম কৰো। তিনি ঃ সামান্য পৰিমাণৰ ভাগ্যও লাগে। প্ৰথম দুটা অৱস্থাত কৰ্ম সম্পাদন কৰিব নোৱাৰিলে তৃতীয়টো অৱস্থাই কোনো ফল দিব নোৱাৰে। উইপ্ৰোত আমি সমাজৰ প্ৰতি দায়বদ্ধ হৈ সম্পদ বৃদ্ধিৰ বাবে কাম কৰি আহিছো।

এই অনুষ্ঠানসমূহৰ অভিজ্ঞতাত এটা সমূহীয়া কথা আছে। নিয়ন্ত্ৰণ আৰু

নামঞ্জুৰৰ আধিক্য সত্ত্বেও আমি উচ্চ কাৰিকৰী পদ্ধতি প্ৰদান কৰিব পাৰো। প্ৰতিযোগিতামূলক বাতাবৰণৰ অনুভূতি, নেটৱৰ্কিং ক্ষমতা, সামাজিক দায়বদ্ধতা ৰাখি সম্পদৰ বৃদ্ধি, আৰু সৰ্বোপৰি, যুৱ প্ৰজন্মৰ প্ৰজ্বলিত মন ঃ জ্ঞানৱান সমাজৰ নিৰ্মাণৰ বাবে এই আটাইবোৰ উপকৰণ অতি আৱশ্যকীয়।

'যোগসূত্ৰ'ত মহৰ্ষি পতঞ্জলিয়ে কৈছে ঃ

'যেতিয়া তুমি কিবা মহান উদ্দেশ্য বা অসাধাৰণ পৰিযোজনাৰ দ্বাৰা উদ্বুদ্ধ হ'বা তেতিয়া তোমাৰ চিন্তাই সীমা উলংঘন কৰিব। তোমাৰ মনেও সীমা অতিক্ৰমি যাব। তোমাৰ চিন্তা-চেতনা কেউফালে প্ৰসাৰিত হ'ব আৰু নিজকে তুমি এক নতুন, সুবৃহৎ আৰু বিস্ময়কৰ জগতত পাবা। আটাইবোৰ সুপ্তশক্তি, প্ৰতিভা, যোগ্যতা জাগি উঠিব আৰু তুমি নিজকে এনেকুৱা এক সুবৃহৎ ৰূপত পাবা যি ৰূপৰ কথা তুমি হয়তো সপোনতো ভবা নাছিলা।'

আমাৰ সকলোকে উদ্দেশিয়েই যেন এই কথা কৈছে। মানুহেই ৰাষ্ট্ৰক মহান কৰে। নিজৰ প্ৰচেষ্টাৰে মানুহ নিজ দেশৰ মহান নাগৰিক হয়গৈ। প্ৰজ্জ্বলিত প্ৰজ্ঞা এই পৃথিৱীৰ মহত্তম সম্পদ। আমাৰ দেশৰ এক নিযুত মস্তিষ্ক বাস্তৱতে এক মহৎ শক্তি। এই শক্তিৰ সমুচিত প্ৰয়োগ এতিয়াও হোৱা নাই।

**সাৰাংশ ঃ**

প্ৰাচীন ভাৰতবৰ্ষ এখন জ্ঞানৱান সমাজ। সভ্যতাৰ বিকাশত ই অতুলনীয় অৱদান আগবঢ়াইছে। সেই মৰ্যাদা পুনৰ লাভ কৰি আমি জ্ঞানৰ মহাশক্তি ৰূপে প্ৰতিষ্ঠিত হ'ব লাগিব। নিজৰ ভুলৰ পৰা শিক্ষা আহৰণ কৰি সুন্দৰতৰ জীৱন গঢ়িব লাগিব। পৰাজয়ৰ উদ্যমক বিকশিত ভাৰতবৰ্ষইহে জয়ৰ উদ্যমলৈ পৰ্যবসিত কৰিব পাৰিব।

## স প্তম অ ধ্যা য়

# শক্তিসমূহৰ সমন্বয় সাধন

'আগতে এইটো নিশ্চিত কৰা যে কামবোৰ সম্পাদন কৰিব পাৰি, আৰু কৰাও হ'ব। তাৰ পিছত আমি কাম কৰা পথৰ সন্ধান কৰিমহঁক।'

— আব্ৰাহাম লিংকন

অভিজ্ঞতাৰ পৰা আমাৰ এইটো স্পষ্ট উপলব্ধি হৈছে যে য'ত য'ত দক্ষ প্ৰশাসনৰ শক্তিশালী গাঁঠনি আছে, য'ত শিক্ষাৰ মানদণ্ড উচ্চ আৰু য'ত উন্নয়নমূলক কাম-কাজত ন্যূনতম ৰাজনৈতিক হস্তক্ষেপ থাকে ত'তেই দ্ৰুতগতিৰে উন্নতি সাধিত হয়। মোৰ দৃষ্টিত —উন্নয়ন এক সুৰক্ষা বা নিৰাপত্তাকেন্দ্ৰিক সংঘটন; যেনে — দৰিদ্ৰতাৰ পৰা খাদ্যৰ সুৰক্ষা, সামাজিক নিৰাপত্তা আৰু তাৰ পিছত আছে জাতীয় নিৰাপত্তা। 'ইণ্ডিয়া ২০২০' নামৰ গ্ৰন্থখনত আমি এনেকুৱা পাঁচখন ক্ষেত্ৰৰ চিনাক্ত কৰিছো— য'ত ভাৰতৰ ঐক্যবদ্ধ কাৰ্যপ্ৰণালীকে ধৰি সুদৃঢ় ভেটিৰ ওপৰত গঢ় লোৱাৰ যোগ্যতা আছে।

এই পাঁচটাৰ ভিতৰত প্ৰথমটো হ'ল কৃষি আৰু খাদ্য সংসাধন। এই ক্ষেত্ৰত আমি ৩৬০ নিযুত মেট্ৰিকটন খাদ্যবস্তু আৰু কৃষি উৎপাদনৰ লক্ষ্য নিৰ্দ্ধাৰিত কৰি ল'ব লাগিব। কৃষি আৰু কৃষি-উপজাত খাদ্য-সংসাধনৰ প্ৰক্ৰিয়াই, বিশেষকৈ মূল্য-সংযোজন ব্যৱস্থাৰ ফলত, গ্ৰামাঞ্চলত মানুহৰ শ্ৰীবৃদ্ধি হ'ব আৰু ই দেশৰ অৰ্থনৈতিক উন্নয়নো ত্বৰান্বিত কৰিব।

দ্বিতীয় ক্ষেত্ৰটো হ'ল বিজুলী শক্তি। দেশৰ সকলো ঠাইতে নিৰ্ভৰযোগ্য বিজুলী যোগান ব্যৱস্থা সুনিশ্চিত কৰিবই লাগিব।

তৃতীয় ক্ষেত্ৰটো হ'ল শিক্ষা আৰু স্বাস্থ্য সেবা। আমি দেখিছো যে আমাৰ ইয়াত শিক্ষা আৰু স্বাস্থ্যসেৱা দুয়োটাৰে পাৰস্পৰিক সম্পৰ্ক আছে। উদাহৰণ স্বৰূপে, সাক্ষৰতাৰ উচ্চহাৰ আৰু উন্নততৰ স্বাস্থ্য সেৱাৰ ফলত কেৰালাত বৰ্দ্ধিত জনসংখ্যাৰ হাৰ কমি আহিছে আৰু জীৱনৰ মানদণ্ড উন্নত হৈছে। সেই একে ধৰণে, এইবোৰ কাৰকৰ বাবেই তামিলনাডুতো জনসংখ্যাৰ হাৰ নিম্নগামী হৈছে। অন্ধ্ৰপ্ৰদেশত চলোৱা অধ্যয়নেও একে ধাৰাৰে আভাস দিছে। বিহাৰ আৰু উত্তৰ প্ৰদেশৰ দৰে ঠাইত এই ধাৰণাৰ প্ৰৱৰ্তন কৰিব লাগে, কিয়নো সিবোৰত জনসংখ্যা বৃদ্ধিৰ মান উৰ্দ্ধগামী।

চতুৰ্থ ক্ষেত্ৰটো হ'ল সূচনা প্ৰৌদ্যোগিকী (ইনফৰমেশ্যন টেকন'লজী)। এই

ক্ষেত্ৰত আমাৰ বিশেষ যোগ্যতা আছে। পিছপৰা অঞ্চলসমূহত ক্ষীপ্ৰ পৰিবৰ্তন অনাৰ উপৰিও শিক্ষাৰ প্ৰসাৰ আৰু ধনাগমৰ পথ প্ৰশস্ত কৰাৰ বাবে ইয়াৰ ক্ষমতা আছে।

পঞ্চম ক্ষেত্ৰটো ৰণকৌশল সম্বন্ধীয়। সৌভাগ্যক্ৰমে এই ক্ষেত্ৰত পৰমাণু, অন্তৰীক্ষ আৰু সুৰক্ষা প্ৰৌদ্যোগিকীৰ দিশসমূহৰ বিকাশ পৰিলক্ষিত হৈছে।

এই পাঁচোটা ক্ষেত্ৰৰ কাৰ্য-গতিবিধিক উপযুক্তভাৱে সমন্বিত কৰিব পাৰিলে দেশৰ খাদ্য, অৰ্থনীতি, সামাজিক আৰু জাতীয় নিৰাপত্তা সুনিশ্চিত হ'ব। স্বপ্নক বাস্তৱায়িত কৰাৰ বাবে গৱেষণা আৰু উন্নয়ন সংস্থাসমূহ, বিশ্ববিদ্যালয়সমূহ, উদ্যোগবোৰ আৰু সামগ্ৰিকভাৱে জাতিটোৰ লগতে চৰকাৰী বিভাগ আৰু সংস্থাসমূহৰ মাজত সক্ৰিয় সহযোগিতা অতি আৱশ্যকীয়। সংযোগ বা সমন্বয় সাধনেই কৃতকাৰ্যতাৰ চাবি-কাঠী।

শিক্ষা আৰু স্বাস্থ্যসেৱাৰ উন্নয়নে সৰু পৰিয়াল আৰু দক্ষ কৰ্মীবাহিনীৰ ব্যাপক উপকাৰ সাধিব। ই সংস্থান-সুবিধা আৰু সামাজিক বিকাশৰ সঁচাৰকাঠী। খাদ্য সংসাধনৰ উপৰি কৃষিক্ষেত্ৰৰ বিকাশে খাদ্যৰ নিৰাপত্তা, সংস্থানৰ সুবিধা আৰু ক্ষীপ্ৰ অৰ্থনৈতিক অগ্ৰসৰতা সুনিশ্চিত কৰিব। সূচনা প্ৰৌদ্যোগিকীৰ অগ্ৰসৰতাই অৰ্থনৈতিক বিকাশ ক্ষীপ্ৰতৰ কৰিব আৰু উন্নয়নৰ ক্ষেত্ৰতো গুৰুত্বপূৰ্ণ ভূমিকা ল'ব। সকলো ক্ষেত্ৰৰ বাবে অপৰিহাৰ্য বিদ্যুৎ শক্তিয়ে শক্তিৰ নিৰাপত্তা সুনিশ্চিত কৰিব। উদ্যোগৰ বিকাশ সাধনৰ উপৰি কাৰিকৰী শক্তি বৃদ্ধিৰ ক্ষেত্ৰতো সামৰিক ক্ষেত্ৰৰ প্ৰত্যক্ষ প্ৰভাৱ আছে। সন্তুলিত বিকাশৰ বাবে পাঁচোটা ক্ষেত্ৰই অপৰিহাৰ্য। এই পাঁচ ক্ষেত্ৰৰ জোঁট বন্ধনৰ ফলত ঘৰুৱা উৎপাদন (জি ডি পি) বৃদ্ধিৰ হাৰ বৰ্তমানৰ শতকৰা ছয় ভাগৰ পৰা শতকৰা দহ ভাগলৈ বাঢ়ি যাব আৰু দৰিদ্ৰ সীমাৰেখাৰ তলত বাস কৰা তিনিশৰ পৰা চাৰিশ নিযুত সাধাৰণ মানুহৰ জীৱনত উল্লেখযোগ্য উন্নতি ঘটিব।

মই 'টাইফেক্' (টি আই এফ এ চি)ৰ দলৰ সৈতে তিনিটা ক্ষেত্ৰত কাম কৰিছিলো—কৃষি, উচ্চ শিক্ষা আৰু গ্ৰামাঞ্চলৰ সংযোগ সাধন। সেই কাম কৰিবলৈ যাওঁতে মই চেনী, 'ফ্লাই এছ্' আৰু উৰ্বৰকৰ লক্ষ্য ক্ষেত্ৰত পুৰণি অভিজ্ঞতাকে কামত খটুৱাইছিলো। অধ্যাপক এছ. কে. সিনহা টাইফেকৰ এজন প্ৰখ্যাত কৃষি বিজ্ঞানী আছিল। তেওঁৰ সৈতে টাইফেকে মধ্য বিহাৰ আৰু পূৰ্ব ভাৰতত কৃষিৰ উৎপাদন বৃদ্ধিৰ বাবে এটা পৰিযোজনা হাতত লৈছিল। ১৯৯৮ চনৰ খাৰিফৰ সময়ত এটাত ছয়খন গাঁও আৰু আনটোত নখন গাঁও নিৰ্বাচিত

কৰা হৈছিল। এই প্ৰচেষ্টাত ভূমি বিশ্লেষণ, বীজ নিৰ্বাচন, খেতিৰ সময়, সাৰ নিৰ্বাচন আৰু কৃষকক প্ৰশিক্ষণ দিয়া আদি বিষয় অন্তৰ্ভূক্ত আছিল। বৈজ্ঞানিক আৰু কৃষকৰ কেন্দ্ৰীভূত সহযোগিতাৰ ফলত গম ধানৰ উৎপাদন প্ৰতি হেক্টৰ মাটিত ২.৫ মেট্ৰিকটনৰ পৰা প্ৰতি হেক্টৰত প্ৰায় ৫ মেট্ৰিকটনলৈ বৃদ্ধি পায়। মই আৰু ৱাই. এছ. ৰাজন এই পদ্ধতি অৱলম্বন কৰা পাঁচখন গাঁৱলৈ যাওঁতে খেতিয়কবিলাকে আমাৰ আগত নতুন কথাবোৰত আগ্ৰহ প্ৰদৰ্শন কৰিছিল, যেনে— শস্য চপোৱাৰ খৰতকীয়া আহিলা, মজুতকৰণৰ সুবিধা, বিপণন আৰু বেংকিং প্ৰণালী। তাৰ পৰা এইটো স্পষ্ট হৈছিল যে বিভিন্ন বিভাগৰ ক্ষুদ্ৰ দল এটিয়ে কষ্টকৰ অঞ্চলতো সময় আৰু ধনৰ প্ৰয়োগৰ বিস্ময়কৰ কাম কৰিব পাৰে।

আন এটা পৰীক্ষাও হাতত লোৱা হৈছিল। সেইটো হ'ল —'ৰীচ' (আৰ ই এ চি এইচ — ৰেলিভেন্স এণ্ড এক্সীলেন্স ইন এছিভিং নিউ হেইটচ ইন এডুকেশ্যন ইনষ্টিটিউশ্যন) — অৰ্থাৎ নতুন শক্তি বা উচ্চতা লাভৰ বাবে শিক্ষাক প্ৰাসংগিক আৰু উৎকৃষ্ট কৰাৰ প্ৰচেষ্টা। এই অভিযানৰ উদ্দেশ্য আছিল আশীৰ পৰা এশটা এনে কেন্দ্ৰ স্থাপন কৰি তাত উমৈহতীয়া শৈক্ষিক কাৰ্যসূচী গ্ৰহণ কৰা আৰু উৎকৰ্ষ সাধনৰ বাবে লোৱা দায়িত্বত ভাগ লোৱা। এই প্ৰচেষ্টাত তেওঁলোকে প্ৰয়োজন অনুসৰি শিক্ষক তথা যুটীয়া গৱেষণাৰ সালসলনি ঘটাইছিল। ইয়াৰ অংশ হিচাপে পাতিয়ালা, ডিব্ৰুগড়, মুম্বাই, তাঞ্জাবুৰ আৰু চুৰাটত কৃষি আৰু ঔদ্যোগিক জৈৱ-প্ৰৌদ্যোগিকী, উন্নত কম্পুটিং আৰু সূচনা সংসাধন, পেট্ৰোলিয়াম ৰিজাৰ্ভয়াৰ ইঞ্জিনীয়াৰিং, ঔদ্যোগিক সুৰক্ষা, পৰ্যাবৰণ ইঞ্জিনীয়াৰিং আৰু বনৌষধৰ ক্ষেত্ৰত 'চেন্টাৰ্চ অব্ ৰেলিভেন্স এণ্ড এক্সীলেন্স' 'ক'ৰ্—চি ও আৰ ই) স্থাপিত কৰা হৈছিল। 'ৰীচ্'ৰ কাৰ্যক্ৰমত হোৱা আমাৰ অভিজ্ঞতা হ'ল এই যে উদ্যোগসমূহে নিজৰ ভাল লগা বিশিষ্ট ক্ষেত্ৰবিলাকত অংশ গ্ৰহণ কৰিব বিচাৰে আৰু 'ক'ৰ' স্থাপন কৰা খৰচৰ চল্লিশ ভাগ বহন কৰিবলৈকো আগ্ৰহী। তাৰ পৰিৱৰ্তে, তেওঁলোকে কুশলী মানৱশক্তি আৰু গৱেষণাৰ ফল লাভ কৰিব পাৰিব। প্ৰযুক্তিৰ বিকাশ আৰু শিক্ষাৰ ক্ষেত্ৰত অংশীদাৰ হোৱা বাবে উদ্যোগসমূহে ইচ্ছা প্ৰকাশ কৰা কাৰ্যই আমাৰ বিশ্বাস বহুগুণে বঢ়োৱাত সহায় কৰিছে। মুখ্য বিজ্ঞান উপদেষ্টাৰ কাৰ্যালয়ত উপদেষ্টা ড° এম এছ বিজয়ৰাঘৱনক সংহত জ্ঞান উপাৰ্জন প্ৰণালীৰ নেতাৰূপে উদ্ভাসিত হৈ উঠা দেখি মই বৰ সন্তোষ লাভ কৰিলো। তেওঁ উদ্যোগ জগতক জ্ঞানোপাৰ্জন

কাৰ্যক্ৰমৰ প্ৰতি সংকল্পবদ্ধ কৰোবাৰ প্ৰচেষ্টা হাতত লৈছিল।

গ্ৰামাঞ্চলসমূহক জোঁটবদ্ধ কৰাৰ ক্ষেত্ৰত আন এটা উদাহৰণ আছে। এই কাৰ্যক্ৰম মাদ্ৰাজৰ আই আই টি -ৰ প্ৰাক্তন সঞ্চালক, অধ্যাপক পি ভি ইন্দ্ৰসেনৰ নেতৃত্বত উদ্ভৱ হৈছিল। আগতে উল্লেখ কৰাৰ দৰে, গাঁৱৰ পৰা চহৰলৈ হোৱা অবাধ প্ৰব্ৰজনে এইটোকে বুজায় যে চহৰসমূহত বেছি সা-সুবিধা আছে। প্ৰব্ৰজনৰ এই সোঁত ৰোধ কৰাৰ একমাত্ৰ উপায় হ'ল গ্ৰামাঞ্চলৰ বিকাশ সাধন কৰিব লাগিব আৰু তাৰ জীৱন-যাত্ৰা চহৰৰ জীৱন যাত্ৰাৰ সমান কৰিব লাগিব। অধ্যাপক ইন্দ্ৰসেনে বনোৱা মডেল অনুসৰি যেতিয়া তাত সংস্থান বা ৰোজগাৰৰ সুবিধাৰ লগতে অন্যান্য সা-সুবিধাও বাঢ়িব, গ্ৰাম্য বিকাশৰ ব্যৱস্থাই সম্পূৰ্ণ সলনি কৰিব নোৱাৰিলেও অন্ততঃ বহুলাংশে এই প্ৰব্ৰজন ৰোধ কৰিব পাৰিব বুলি আশা কৰা যায়। যদি আমাৰ বিভিন্ন ক্ষেত্ৰক জোঁটবদ্ধ কৰাৰ ক্ষেত্ৰত মনোনিবেশ কৰো তেনেহ'লে বহু প্ৰৌদ্যোগিকী এই প্ৰচেষ্টা সফল কৰিবলৈ আহুৱাই আহিব।

'পুৰা' (পি ইউ আৰ এ) নামেৰে জনাজাত গ্ৰামীণ বিকাশ কাৰ্যক্ৰমৰ বাবে আমি 'পীক'(পি ই ই কে) বুলি চাৰি প্ৰকাৰৰ 'ডাইনামিক্ কানেক্টিভিটি' (গতিশীল জোঁট)ৰ সূচনা কৰিছো। 'পীক' হ'ল — ফিজিক্স (পদাৰ্থ বিদ্যা), ইলেক্ট্ৰনিক্চ, ইকনমিক্চ (অৰ্থনীতি) আৰু নলেজ (জ্ঞান)ৰ ক্ষেত্ৰৰ সম্পৰ্ক বা জোঁট। আন এটা গুৰুত্বপূৰ্ণ আৱশ্যকতা হ'ল সূচনা প্ৰৌদ্যোগিকী চালিত টেলি-মেডিচিন (দূৰ চিকিৎসা)।

যোৱা বছৰ মে' মাহত মই হায়দৰাবাদৰ কেয়াৰ্ হাস্পতাললৈ গৈছিলো। গোটেই হাস্পতালখন দূৰ চিকিৎসাৰ পৰীক্ষণৰ বাবে সাজু কৰি তোলা হৈছিল আৰু তাৰ সভাকক্ষ ডাক্তৰ, ইঞ্জিনিয়াৰ, কম্পিউটাৰ বৈজ্ঞানিক আৰু ছফ্‌ট্ৱেৰ বিশেষজ্ঞবিলাকৰ উপস্থিতিৰে ভৰি পৰিছিল। দূৰ-চিকিৎসাৰ সহায়ত ৰোগীবিলাকক পৰীক্ষা কৰি পৰামৰ্শ দিয়া হ'ব। লিভাৰ পৰীক্ষা কৰাৰ বাবে ৰোগীবিলাকৰ ইলেক্ট্ৰ'কাৰ্ডিয়'গ্ৰাফি আৰু আন আন পৰীক্ষা কৰাব লাগিব। বিস্ময়কৰ কথাটো হ'ল — ৰোগীবিলাক দূৰৈৰ ঠাইত থাকিব, অথচ তেওঁলোকৰ ৰোগ নিৰ্ণয় হ'ব হায়দৰাবাদত।

উপগ্ৰহৰ জৰিয়তে ডাক্তৰ আৰু ৰোগীৰ মাজত সম্পৰ্ক স্থাপন কৰা হৈছিল। 'হাই-ৰিজলুশ্যন ইমেজ ট্ৰেন্সফাৰ'ৰ জৰিয়তে 'ই চি জি ডাটা'ৰ আদান-প্ৰদান হৈছিল আৰু 'ক্লিনিকেল ইনফৰমেশ্যন' (ৰোগ নিৰ্ণয়ৰ বিশদ তথ্যাদি) সময়

মতে উপলব্ধ কৰিব পৰা গৈছিল। মই ৰোগীৰ হাৰ্ট আৰু লিভাৰৰ সক্ৰিয়তা সম্পৰ্কীয় ৰিপোৰ্ট দূৰৈৰ হাস্পতালৰ পৰা অহা দেখিলো। তাৰ পৰা বিশেষজ্ঞবিলাকে নিজৰ মন্তব্য দি আছিল। যিবোৰ ঠাইত ডাঙৰ চহৰৰ নিচিনা উন্নত চিকিৎসা সেৱা নাই সিবোৰ ঠাইৰ বাবে এই পদ্ধতিৰ চিকিৎসা সেৱাই এক বিশেষ প্ৰতিশ্ৰুতি বহন কৰি আনিব। দূৰ চিকিৎসা পদ্ধতিয়ে উন্নত চিকিৎসা প্ৰযুক্তিক গ্ৰামাঞ্চললৈ লৈ যাব আৰু প্ৰাথমিক স্বাস্থ্যকেন্দ্ৰ, আঞ্চলিক হাস্পতাল, জিলা হাস্পতাল আৰু ৰাজ্যৰ ৰাজধানীসমূহৰ বিশেষ সা-সুবিধা যুক্ত হাস্পতালসমূহকো সামৰি লোৱাত সহায় কৰিব। ইঞ্জিনীয়াৰিং আৰু চিকিৎসা বিজ্ঞান মিলি উপগ্ৰহ যোগাযোগত হোৱা প্ৰগতি আৰু ডাটা সংপ্ৰেক্ষণৰ মাধ্যমত দূৰত্বৰ কথা নভবাকৈ ৰোগীৰ চিকিৎসা চলি থকা ব্যৱস্থাটো দেখি মই বিস্ময়ত হতবাক হৈছিলো।

১৯৯০ চনৰ কথা। মোৰ বন্ধু এজনৰ পৰামৰ্শক্ৰমে মোৰ চকুৰ পৰীক্ষা আৰু চিকিৎসা কৰাবৰ বাবে মই মাদুৰাইৰ অৰবিন্দ চকু চিকিৎসালয়লৈ গ'লো। তাত সোমাই মই দেখিলো ৰোগীবিলাকে সুশৃংখলভাৱে শাৰী পাতি নিজৰ পাল পৰালৈকে বাট চাই থিয় হৈ আছিল। ময়ো শাৰীত থিয় দিলোগৈ। শাৰীটো বৰ দীঘলীয়া আছিল, কিন্তু তাৰাতাৰিকৈ আগুৱাই গৈ আছিল। ঠিক আধাঘণ্টাৰ পিছতে ডাক্তৰ জি নাট্‌চেয়াৰে মোৰ চকু পৰীক্ষা কৰি চিকিৎসাৰ পৰামৰ্শ দিলে। তাকে কৰিব লাগিল। হাস্পতালত ভৰ্তি হোৱাৰ বাবে মই টকা-পইচা জমা দিবলৈ গ'লো। কিন্তু কাউণ্টাৰত পইচা দিবলৈ গৈ বৰ আহুকালত পৰিলো। কাউণ্টাৰৰ ছোৱালীজনীয়ে চেক্ ল'ব নুখুজিলে, আনহাতে মোৰ হাতত নগদ টকা নাছিল। মই আকৌ ডাক্তৰ নাট্‌চেয়াৰৰ কাষ চাপি মোৰ জঞ্জালটোৰ কথা তেখেতক জনালো। ক্ষন্তেক সময় ভাবি চাই তেওঁ মোক ভৰ্তি কৰিবলৈ সন্মত হ'ল। মোৰ চিকিৎসা হৈ গ'ল। কেইদিনমানৰ পিছতে মোক যাবলৈ দিলে। তাৰ কেইদিনমানৰ পিছত মই ডাক্তৰ নাট্‌চেয়াৰৰ পৰা এখন চিঠি পালো। তেখেতে মোক চিনি নোপোৱাৰ বাবে ক্ষমা প্ৰাৰ্থনা কৰিছিল। হাস্পতালৰ পৰা মোক যাবলৈ দিয়াৰ পিছত মোৰ ব্যক্তিগত দেহৰক্ষী কেইজনে মোৰ খবৰ ল'বলৈ আহিছিল। তেওঁলোকৰ পৰাহে হেনো তেওঁ মোৰ পৰিচয় পালে।

প্ৰথমবাৰ যোৱাৰ পিছত মই প্ৰায়ে সেই হাস্পতালখনলৈ গৈছিলো। ডাক্তৰ নাট্‌চেয়াৰৰ ভায়েক ড° জি ভেংকটস্বামী মোৰ ভাল বন্ধু আছিল। মাদুৰাইলৈ গ'লেই তেওঁক এবাৰ দেখা কৰাটো মই নিয়ম কৰি লৈছিলো। ড° ভেংকটস্বামীৰ

বিষয়ে অলপমান বেছিকৈ আৰু তেওঁৰ কামৰ প্ৰতি থকা দায়িত্বজ্ঞানৰ বিষয়ে দুটামান কথা ক'ব খুজিছো। অৰবিন্দ চকু চিকিৎসালয়ত ২০০১ চনত বহিৰ্বিভাগত ১.৩ নিযুততকৈ বেছি ৰোগীক চোৱা হৈছিল। এক লাখ নব্বৈ হাজাৰজন ৰোগীৰ চকুৰ অস্ত্ৰোপচাৰ কৰা হৈছিল আৰু প্ৰায় ডেৰ হাজাৰটামান চকু পৰীক্ষা শিবিৰ পাতিছিল। এইবাবে এইটো কথাত আচৰিত হ'বলগীয়া একো নাই যে ডাক্তৰ ভেংকটস্বামীৰ কঠোৰ শ্ৰমক এদিন 'হু' (WHO) ই স্বীকৃতি দিলে। এই হাস্পতালত বিদেশৰ আগশাৰীৰ বিশ্ববিদ্যালয়ৰ পৰা অহা ছাত্ৰ-ছাত্ৰীক প্ৰশিক্ষণ দিয়া হৈছিল। তাত প্ৰশিক্ষণ লোৱাৰ বাবে আনকি হাৰ্ভাৰ্ড আৰু জনচ্ হপ্‌কিন্সৰ ছাত্ৰ-ছাত্ৰীও আহিছিল।

ডাক্তৰ ভেংকটস্বামী এজন অসাধাৰণ শল্য চিকিৎসক। কিন্তু তেওঁৰ অৱস্থা এনেকুৱা আছিল যে তেওঁৰ ঠাইত অইন কোনোবা হোৱা হ'লে প্ৰতিবন্ধী বুলিয়েই ভাবিলেহেঁতেন। মেডিকেল কলেজত পঢ়ি থাকোতেই আৰ্থ্ৰাইটিছ বেমাৰে আক্ৰমণ কৰাৰ ফলত তেওঁৰ হাতৰ আঙুলিবোৰ ভাঁজ খাই বিকৃত আৰু টান হৈ গৈছিল।

এদিনাখন আমি দুয়োটাই কথা পাতি থাকোতে তেওঁ মোৰ আগত এই ঘটনাটো বৰ্ণাইছিল। দিল্লীৰ পৰা কোনোবা এজন উদ্যোগপতি আহি ডাক্তৰ ভেংকটস্বামীক লগ ধৰি ক'লে, 'মই এখন হাস্পতাল বনাব বিচাৰো। আপোনাৰ হাস্পতালখনে মোক খুব আকৃষ্ট কৰিছে। আপুনি দিল্লীলৈ গৈ মোৰ বাবে হাস্পতাল এখন নিৰ্মাণ কৰাত সহায় কৰিবনে?'

ডাক্তৰ ভেংকটস্বামীয়ে তেওঁক সুধিলে, 'প্ৰকৃততে আপোনাক কি লাগে? আপোনাক লগাৰ জোখাৰে হাতত টকা আছে। গতিকে দিল্লীত হাস্পতাল এখন নিৰ্মাণ কৰাটো আপোনাৰ বাবে কোনো কথাৰ কথাই নহয়। তেনেহ'লে আপুনি বনাই নেপেলায় কিয়?'

উদ্যোগপতিজনে বোলে ক'লে, 'নহয়, দৰাচলতে অৰবিন্দ-সংস্কৃতিৰ হাস্পতাল এখনহে মোক লাগে। ইয়াৰ মানুহবোৰ বেছ বন্ধুভাবাপন্ন। ইয়াৰ মানুহে টকাতকৈ মানুহক বেছি সন্মান কৰে যেন লাগে। এক বিশেষ দয়া বা কৰুণাৰ ভাব যেন তেওঁলোকৰ পৰা বৈ আছে!'

হাস্পতালত মোৰ নিজৰো তেনে এটা অনুভূতিয়েই হৈছিল। অৰবিন্দ-সংস্কৃতিৰ যি অভিজ্ঞতা তাৰ পৰা মই পথৰ সন্ধান পাইছিলো — জীৱনটোক ৰূপান্তৰিত কৰি ইয়াক সমুচিত কাৰ্যৰ শক্তিশালী আহিলা বনাব লাগে।

চিকিৎসাৰ নিচিনাকৈ আমি কৃষি ক্ষেত্ৰতো প্ৰৌদ্যোগিকীক ভিন ভিন ক্ষেত্ৰৰ সৈতে যুক্ত পাওঁ। কিন্তু শেষ লক্ষ্য হ'ল মানুহক সহায় কৰা আৰু মানুহৰ প্ৰয়োজন পূৰণ কৰাত সহায় কৰা।

যেতিয়া আমি এইটো ভালকৈ জানিম যে ধনৰ বৃদ্ধি আৰু সম্পদৰ ৰক্ষণ এটা মুদ্ৰাৰে দুপিঠি তেতিয়াহে বিকশিত ভাৰতবৰ্ষৰ স্বপ্ন উপলব্ধি কৰিব পাৰিমইঁক। ৰাষ্ট্ৰৰ সম্পদৰাশিয়ে মানুহৰ ঘাম আৰু কঠোৰ শ্ৰমৰ কথাকে বুজায়। তেৰজন বৈষ্ণৱী আলোৱাৰৰ মাজৰ অন্যতম হিচাপে জ্ঞান কৰা প্ৰসিদ্ধ তামিল কবি অন্দলে তেওঁৰ জনপ্ৰিয় গ্ৰন্থ 'তিৰুপ্পৱই'ত ভগৱানক প্ৰাৰ্থনা জনাইছে — তেওঁ যাতে এই ধৰাত প্ৰচুৰ পৰিমাণে 'নীন্‌গাথা সেল্‌বম' (স্থায়ী ধন-দৌলত) দিয়ে। সেইটো উন্নয়নৰ দিশত লোৱা সংহত প্ৰয়াসৰ জৰিয়তেহে সম্ভৱ হ'ব পাৰে। পৰিকল্পনাৰ সৈতে যুক্ত লোকে বিভিন্ন মন্ত্ৰালয়ৰ কাম-কাজৰ অগ্ৰগতি চায় আৰু তেওঁলোকৰ 'এক্‌শ্যন্ প্লেন' মঞ্জুৰ কৰে। কিন্তু এই প্ৰস্তাৱৰ ওপৰত বেলেগ বেলেগ ধ্যান দিয়াৰ সলনি তাক বহু উদ্দেশীয় নিয়োজনৰ দৃষ্টিৰে চালে ইয়াৰ লাভ বহুগুণে বাঢ়ি গ'লহেঁতেন। সেইবাবে কোনো বিভাগ বা মন্ত্ৰালয়ৰ বিশেষ কাৰ্যক্ৰমৰ পৰা ওপজা প্ৰৌদ্যোগিকী উৎপাদন বা সেৱাক নিয়োজন মঞ্জুৰিৰ স্তৰতেই অন্য বিভাগ বা মন্ত্ৰালয়ৰ বাবে উপলব্ধ কৰোৱাৰ ব্যৱস্থা কৰা উচিত। ইয়াৰ ফলত নিয়োজনৰ স্তৰতেই আৱশ্যকীয় একীকৰণ হ'ব। আন গতি-বিধিৰ ক্ষেত্ৰতো এই দৃষ্টিকোণকে গ্ৰহণ কৰা প্ৰয়োজন। সমন্বিত মিছনৰ চিন্তাই ধনোপাৰ্জন আৰু ধন-সুৰক্ষাৰ উপায়সমূহক একেলগে গোঁথাত সহায় কৰিব। এইটোৱেই এখন বিকশিত দেশৰ প্ৰমাণ চিহ্ন। সেইবাবে ই বিকশিত ভাৰতবৰ্ষৰো চাবি-কাঠী।

বিকশিত দেশৰ আন এটা দিশ হ'ল ইয়াৰ উদ্যোগসমূহৰ আন্তঃৰাষ্ট্ৰীয় পৰ্যায়ৰ প্ৰতিযোগিতামূলক ধৰ্ম। অকল দেশৰ ভিতৰৰ বজাৰৰ প্ৰয়োজনকে পূৰণ কৰাতকৈ বাহিৰৰ বৃহৎ বজাৰৰো প্ৰয়োজন পূৰোৱাৰ লক্ষ্য থাকিব লাগিব। সেইবাবে জি ডি পি-ত ইয়াৰ যোগদান খুব গুৰুত্বপূৰ্ণ। ভাৰতবৰ্ষৰ বাবেও বিকাশৰ ইয়েই পূৰ্বচৰ্ত। ভাৰতীয় উদ্যোগ জগতেও এনেকুৱা প্ৰতিযোগিতামূলক গুণ আৰু নতুন নতুন উপায় উদ্ভাৱন কৰা প্ৰয়োজন যাতে আমাৰ নিজৰো বহুৰাষ্ট্ৰীয় কোম্পানী হয়।

দেশ এখন প্ৰকৃতাৰ্থত বিকশিত হ'বলৈ হ'লে সাৰ্বজনীন সাক্ষৰতা আৰু সকলোৰে শিক্ষা গ্ৰহণৰ সুবিধা দেশখনৰ বাবে আন এক অপৰিহাৰ্য প্ৰয়োজন।

বিভিন্ন ক্ষেত্ৰত প্ৰতিভাশালী লোকৰ বিশাল আধাৰ তৈয়াৰ কৰাত শিক্ষা সহায়ক হ'ব। এইটো যি কোনো দেশৰ বাবে অমূল্য সম্পদ।

বৰ্তমান আমাৰ শিক্ষা ব্যৱস্থাত বহুত অসমানতা পৰিলক্ষিত হয়। বহুতো লোকে উচ্চ শিক্ষা লাভৰ বাবে আকাংক্ষা কৰে, কিন্তু সেই আকাংক্ষা পূৰণ কৰাৰ বাবে গুণবিশিষ্ট অনুষ্ঠানৰ সংখ্যা তেনেই তাকৰ। ইয়াৰ ফলত উচ্চ মানবিশিষ্ট মানৱ শক্তিৰ চাহিদা বা দাবী আৰু যোগানৰ অৱস্থা তেল-পানী লগ নলগা বিধৰ হয়। এইটো পৰিলক্ষিত হয় সূচনা প্ৰৌদ্যোগিকী, জৈৱ প্ৰৌদ্যোগিকী, পৰ্যাবৰণ ইঞ্জিনীয়াৰিং আৰু মেনুফেকচাৰিং টেকন'লজীৰ দৰে নতুনকৈ উঠি অহা ক্ষেত্ৰসমূহত। অৰ্থনৈতিক উদাৰীকৰণে সেই চাহিদা বা দাবী অহা বছৰবিলাকত আৰু বেছি প্ৰকট কৰিব। তাৰ উপৰি উচ্চ শিক্ষাকো উদ্যোগ তথা সমাজৰ বাবে প্ৰাসংগিক কৰিব লাগিব। বৰ্তমানে এই দিশটো পৰ্যাপ্ত নহয়।

উদ্যোগ আৰু সমাজৰ বাবে প্ৰাসংগিক নিৰ্বাচিত বিষয়সমূহত বিশেষজ্ঞতা থকা সেই সংস্থানবিলাকৰ আপডাল কৰিলে সি এটা সমাধান হ'ব পাৰে। যিখিনি সংস্থানে এইক্ষেত্ৰত উৎকৰ্ষতাৰ সীমা চেৰাই গৈছে সিবোৰ নতুন সংস্থানৰ বাবে আদৰ্শ হ'ব পাৰে। শেষত, এই সমাধান অভিযানৰ নিচিনাকৈ কাৰ্যকৰী কৰিব লাগিব — অভিযানৰ লক্ষ্য সকলোৰে উৰ্দ্ধত, বাকীবোৰ এই লক্ষ্যৰ তলত।

কাংক্ষিত স্তৰলৈ বিকাশ লাভৰ বাবে উদ্যোগ জগতেও আগবঢ়া আৰু পৃষ্ঠগামী সম্পৰ্ক সূত্ৰৰ গুৰুত্বটো বুজি পাব লাগিব। 'থিংক টেংক'বোৰ, টেক্‌নিকেল কনছাল্‌টেন্সি সেৱাসমূহ আৰু এনেকুৱা কাৰ্যক্ৰমৰ সৈতে সংলগ্ন সংস্থাসমূহ আৰু উপভোক্তাবিলাকক অগ্ৰিম সম্পৰ্কৰ শিকলি বুলি কোৱা হয়। আনহাতে বিশ্ববিদ্যালয়ৰ সৈতে অংশীদাৰত্ব, আৰ এণ্ড ডি (গৱেষণা আৰু উন্নয়ন) প্ৰয়োগশালাবোৰ আৰু টেক্‌নল'জী উপলব্ধ কৰাব পৰা সংস্থানসমূহক পৃষ্ঠগামী শিকলি কোৱা হ'ব। এই পৃষ্ঠগামী শিকলি নিৰ্মাণৰ বাবে উচ্চ শিক্ষাত নিবেশ বা বিনিয়োগ খুব গুৰুত্বপূৰ্ণ। কিয়নো ই ভাৰতীয় উদ্যোগক আন্তঃৰাষ্ট্ৰীয় স্তৰৰ বনোৱাত গুৰুত্বপূৰ্ণ ভূমিকা ল'ব পাৰে। আমি এতিয়া কমপক্ষেও আৰু বিশখন আই. আই. টি. আৰু নতুন চিকিৎসা সংস্থান স্থাপন কৰাৰ বাবে মনত কুণ্ঠা ৰাখিব নালাগে। যেতিয়ালৈকে এই সংস্থানসমূহত উৎকৰ্ষতা সুনিশ্চিত হৈ থাকিব তেতিয়ালৈকে ইয়াক ইণ্ডিয়ান গ্ৰুপ নে বিদেশী গ্ৰুপে পৃষ্ঠপোষকতা

কৰিছে সেইটো ধৰ্তব্য কথা নহয়।

'পন গ্ৰুপ'ৰ মোৰ বন্ধুসকলে মোৰ বাবে এটা 'ৱেবছাইট' আছুতীয়াকৈ তৈয়াৰ কৰিছিল। ২০০০ চনৰ ১৫ অক্টোবৰৰ দিনাখন 'ইনফোছিছ'ৰ অধ্যক্ষ শ্ৰীএন আৰ নাৰায়ণ মূৰ্তিয়ে উদ্বোধন কৰিছিল। সেই অনুষ্ঠানত আই আই এছ চিৰ অধ্যাপক এন বালকৃষ্ণণো উপস্থিত আছিল। মোৰ বন্ধু কেইজনমানে মোক সেই ৱেবছাইটৰ যোগেদি কেইটামান প্ৰশ্ন সুধিবলৈ ক'লে। ময়ো তিনিটা প্ৰশ্ন কৰিলো। প্ৰথম প্ৰশ্ন হ'ল ঃ 'আধা শতিকাতকৈও বেছি সময় ধৰি ভাৰতবৰ্ষ এখন উন্নয়নশীল দেশ হৈ আছে। ভাৰতবৰ্ষক এখন উন্নত দেশ হিচাপে গঢ়ি তোলাৰ বাবে তোমালোক যুৱক-যুৱতীবিলাকে কি কৰিবাহঁক? মোৰ দ্বিতীয় প্ৰশ্নটো আছিল এনেকুৱা ঃ 'মই ভাৰতবৰ্ষৰ গান এটা কেতিয়া গাব পাৰিম?' আৰু তৃতীয় প্ৰশ্নটো হ'ল ঃ 'বহুবোৰ ক্ষেত্ৰত আমাৰ সামৰ্থ্য থকা সত্ত্বেও যি কোনো বিদেশী বস্তুৰ প্ৰতি আমাৰ ইমান আকৰ্ষণ কিয়? আনহাতে অইন দেশবিলাকে নিজৰ সাফল্য উদযাপন কৰে।' মই এটা চৰ্ত দিছিলো — এই প্ৰশ্নকেইটাৰ উত্তৰ অকল বিশ বছৰৰ তলৰ ল'ৰা-ছোৱালীয়েহে দিয়া উচিত।

দেশৰ আৰু বিদেশৰ মিলি এশটাৰো বেছি উত্তৰ আৰু পৰামৰ্শ পোৱা গৈছিল। তাৰে পাঁচটা উত্তৰ ইয়াতে প্ৰাসংগিক হ'ব।

চণ্ডীগড়ৰ পৰা এজন যুৱকে এইবুলি উত্তৰ দিছিল ঃ মই এজন শিক্ষক হ'ম (স্পষ্টভাৱে ক'বলৈ গ'লে ইঞ্জিনীয়াৰিঙৰ অধ্যাপক)। কিয়নো মই শিক্ষকতা কৰাত ভাল আৰু শিক্ষকতা কৰি আনন্দও পাওঁ। মই এইটো বিশ্বাস কৰো যে দেশক সেৱা কৰাৰ আটাইতকৈ ভাল পথ হ'ল হয় অধ্যাপক নহয় সৈনিক হোৱা।' পণ্ডিচেৰীৰ ছোৱালী এজনীয়ে এইবুলি লিখিছিল ঃ 'অকল এটা ফুলেদি এডাল মালা গুথিব নোৱাৰি। মই মনৰ একতা আনিব পৰা মালা গোঁথাৰ বাবে কাম কৰি যাম। ভাৰতবৰ্ষক উন্নত দেশ হিচাপে গঢ়িবৰ বাবে একতাৰ দৰকাৰ।' গোৱাৰ পৰা এজন বিশ বছৰীয়া ডেকাই উত্তৰ দিছিল ঃ 'যেনেকৈ ইলেক্ট্ৰন এটাই অবিৰামভাৱে ইয়াৰ কক্ষত ঘূৰি থাকে ঠিক তেনেদৰে ময়ো এতিয়াৰে পৰা দেশৰ বাবে অবিৰাম কাম কৰি যাম।'

মই দ্বিতীয় পৰ্যায়ৰ যিটো প্ৰশ্ন দিছিলো আটলাণ্টাৰ এজন যুৱকে তাৰ উত্তৰ এইবুলি দিছে ঃ 'যিদিনাখন ভাৰতবৰ্ষই আৱশ্যক হ'লে যিকোনো দেশৰ বিৰুদ্ধে প্ৰতিবন্ধক লগাবলৈ সমৰ্থ হ'ব, সিদিনাখন মই ভাৰতবৰ্ষৰ গীত এটা গাম।' ডেকা ল'ৰাজনে এই কথাটোকে বুজাবলৈ গৈছে যে আৰ্থিক শক্তিয়েহে

দেশৰ সমৃদ্ধি আনে। সমৃদ্ধিয়ে আনে ৰাষ্ট্ৰীয় শক্তি। পঞ্চম উত্তৰটো আচলতে সঁহাৰি দিয়াবিলাকৰ ভিতৰৰ শতকৰা ত্ৰিশভাগৰ সৈতে মিল থকা ঃ আমাৰ জীৱনৰ বিভিন্ন স্থিতি বা ৰেহ-ৰূপত ব্যাপক স্বচ্ছতা আনিব লাগিব। এটা গুৰুত্বপূৰ্ণ সত্যৰ ফালে দৃষ্টি দিয়া হোৱা নাই। সেইটো হ'ল — ভাৰতৰ পয়ত্ৰিশ বছৰৰ তলৰ বয়সৰ মানুহৰ সংখ্যা সাতশ নিযুত মান হ'ব। এই সাতশ নিযুত মানুহৰেই দেশক মহান কৰাৰ প্ৰৱণতা, সামৰ্থ্য আৰু উৎসাহ আছে। দেশৰ পৰিৱৰ্তন অনাৰ বাবে এইটো এটা বৰ ডাঙৰ শক্তি।

যুৱ মনবোৰক কেনেকৈ উদ্দীপ্ত কৰিব পৰা যায়? যুৱ সম্প্ৰদায়ক ৰাষ্ট্ৰ নিৰ্মাণৰ কামৰ বাবে কিদৰে আকৰ্ষিত আৰু জড়িত কৰা যাব? পুনৰ্নব কৰা শৌৰ্য-বীৰ্যৰে প্ৰক্ষিপ্ত এটা সংযুক্ত স্বপ্ন বা অন্তৰ্দৃষ্টিয়েহে ডেকাসকলক কামত প্ৰবৃত্ত কৰাব পাৰিব।

স্বচ্ছতা বা নিৰ্মলতা আৰু মূল্যবোধৰ কথা মনলৈ আহিলেই মোৰ গান্ধীজীলৈ মনত পৰে। এবাৰ দিল্লীত মই তেওঁৰ নাতিনী শ্ৰীমতী সুমিত্ৰা কুলকাৰ্ণীক লগ পোৱাৰ সুযোগ পাইছিলো। মই তেওঁক সুধিছিলো ঃ 'সুমিত্ৰা দেৱী! আপোনাৰ সদায় মনত পৰি থকা ককাৰ জীৱনৰ কিবা এটা ঘটনা (বিশেষকৈ সামাজিক জীৱনত তেওঁৰ সাধুতাৰ ওপৰত) ক'ব পাৰিবনে?'

তেওঁ মোৰ আগত এই কাহিনীটো কৈ শুনালে ঃ 'আপোনালোকে নিশ্চয় শুনিছে — প্ৰতিদিনে সন্ধিয়া এটা নিৰ্দিষ্ট সময়ত মহাত্মা গান্ধীয়ে প্ৰাৰ্থনা সভাৰ আয়োজন কৰে। প্ৰাৰ্থনাৰ অন্তত হৰিজনসকল বা আনৰ বাবে আগবঢ়োৱা স্বেচ্ছা দানবিলাক সংগৃহীত কৰা হৈছিল। সকলো সম্প্ৰদায়ৰ মানুহে যি দিয়ে তাকে গান্ধীৰ ভক্তসকলে সংগ্ৰহ কৰে আৰু সিবোৰ গান্ধীয়ে দেখুৱাই দিয়া কেইজনমান মানুহে গণ্ডি কৰে। সংগৃহীত দানৰ পৰিমাণৰ কথা গান্ধীক নৈশ ভোজনৰ আগে আগে ক'ব লাগে। পিচদিনা বেংকৰ পৰা মানুহ এজন আহি সেইখিনি লৈ যায়হি বেংকত জমা থ'বলৈ।

'এবাৰ কি হ'ল — মানুহজনে জনালে বোলে তেওঁক দিয়া পইচাত অলপ ঘাটি হৈছে। আগদিনাখন ৰাতি সেই ধনৰ পৰিমাণটো গান্ধীজীক জনোৱা হৈছিল। এই কথাটো শুনি গান্ধীজী ইমান বিমৰ্ষ হৈছিল যে তেওঁ উপবাসত বহিল। তেওঁ কৈছিল — সেইখিনি দুখীয়া মানুহৰ দান — আমি তাৰে সামান্য অংশ এটাও হেৰুৱাব নোৱাৰো।'

এই ঘটনাটো ৰাজহুৱা জীৱনৰ স্বচ্ছতা বা নিৰ্মলতাৰ এটা প্ৰকৃষ্ট উদাহৰণ।

এৰা, একেখন দেশতে আমি উৎকৃষ্টতম আৰু নিকৃষ্টতম দুয়োটাই প্ৰত্যক্ষ কৰিছো। আমাৰ পূৰ্বজসকলে আমাৰ স্বাধীনতাৰ বাবে সংগ্ৰাম কৰিছিল। ঠিক তেনেদৰে আমিও সকলোৱে — বিশেষকৈ যুৱ সম্প্ৰদায়টোৱে, এখন স্বচ্ছ বা নিকা ভাৰত নিৰ্মাণ কৰাৰ বাবে এটা আন্দোলন কৰিব লাগিব। স্বচ্ছতা উন্নয়নৰ কৰ্ষটি শিল।

আমি আমাৰ স্বাধীনোত্তৰ প্ৰগতিৰ কথা কৈছো। কৃষিৰ ক্ষেত্ৰত আমি স্বাৱলম্বী, দুগ্ধ উৎপাদনত বিশ্বক বাট দেখুৱাব পাৰো, উদ্যোগৰ বিকাশৰ ক্ষেত্ৰত আমাৰ বৃহৎ জয়যাত্ৰা হৈছে, ইত্যাদি ইত্যাদি। সি যি কি নহওক, আমি এতিয়াও এখন উন্নয়নশীল দেশ — শ শৰ মাজৰ এখন।

সেইবাবে, প্ৰতিযোগিতাৰ ক্ষেত্ৰত আমি ক'ত থিয় দি আছো সেইটো উপলব্ধি কৰা প্ৰয়োজন। দেশ এখনৰ প্ৰতিযোগিতাৰ এইদৰে সূত্ৰ দিয়া হৈছে — 'ৰাষ্ট্ৰীয় অৰ্থনীতিৰ সহায়ত অৰ্থনৈতিক অগ্ৰসৰতাৰ উচ্চ হাৰপ্ৰাপ্ত কৰাৰ যোগ্যতা।' সেইডাল মাপকাঠীৰে বিশ্ব অৰ্থনীতি মঞ্চ (ৱৰ্ল্ড ইকনমিক ফোৰাম)ৰ দ্বাৰা প্ৰস্তুত কৰা গ্লোবেল প্ৰতিযোগিতামূলক প্ৰতিবেদন অনুসৰি ছিংগাপুৰ প্ৰথম, আমেৰিকা দ্বিতীয়, হংকং তৃতীয়, টাইৱান চতুৰ্থ, কানাডা পঞ্চম, ইংলেণ্ড অষ্টম, ফ্ৰান্স দ্বাত্ৰিংশৎ, জাৰ্মানী পঞ্চবিংশতিতম আৰু ভাৰতবৰ্ষ উনষষ্ঠিতম।

বিশ্ব প্ৰতিযোগিতা কিহে নিৰ্ধাৰণ কৰে? ই উদ্যোগৰ বিকাশ বা বৰ্দ্ধনশীলতা, উন্নত টেকন'লজীৰ বাবে হেঁচা আৰু চৰকাৰী 'ডি-ৰেগুলাৰাইজেশ্যন'ৰ সংযুক্ত স্থিতি। সামগ্ৰিক জি ডি পি আকাৰৰ দৃষ্টিত বিশ্বত আমাৰ দ্বাদশ স্থান; জনমূৰি জি ডি পি হিচাপত আমি ৫৭তম্। এই স্থিতি আমাৰ বাবে গ্ৰহণযোগ্যনে? বিশেষকৈ যুৱ প্ৰজন্মৰ বাবে? মই ভাবো — জি ডি পি আৰু প্ৰতিযোগিতাৰ দিশৰ পৰা চতুৰ্থ বা পঞ্চম স্থানৰ বাবে আমি পৰিশ্ৰম কৰিব লাগিব। ২০২০ চনটো লক্ষ্য বৰ্ষ হ'ব লাগে। তাৰ পিছত আৰু উচ্চতৰ অৱস্থাৰ বাবে লক্ষ্য থাকিব লাগিব। আমি কিছুমান উপায় আৰু উপকৰণৰ চৰ্চা কৰিছো যিবোৰ আমাৰ কাংক্ষিত স্থিতি লাভ কৰাত সহায়ক হ'ব।

পুনৰ দোহাৰিবলৈ হ'লে জ্ঞানবান সমাজেহে তেনে অন্তৰ্দৃষ্টিৰ বুনিয়াদ ৰচনা কৰিব পাৰে। যোজনা আয়োগে এনে সমাজ নিৰ্মাণৰ বাবে নক্সা তৈয়াৰ কৰাৰ দিশত কাম আৰম্ভ কৰি দিছে — তাকে দেখি মই সুখী হৈছো।

আমি ক'ত আৰম্ভ কৰিম? কিছুদিনৰ আগেয়ে কেইখনমান নতুন ৰাজ্য গঠিত হৈছে। এই ৰাজ্যকেইখনে আৰম্ভ কৰাৰ বাবে সুন্দৰ সুবিধা দিছে।

পৰ্যাপ্ত পৰিমাণৰ প্ৰাকৃতিক সম্পদ থকা সত্ত্বেও এই দেশবোৰৰ উন্নয়ন হোৱা নাই। তাৰ মানুহবোৰে মূৰৰ ঘাম মাটিত পেলাই কঠোৰ পৰিশ্ৰম কৰে! তৎসত্ত্বেও তাত ব্যাপক দৰিদ্ৰতা। পুৰণি পথ এৰি নতুন পথৰ সন্ধান কৰিবলৈ আমাক আচলতে কিহে বাধা দিছে? প্ৰশ্ন সেইটো নহয় — কোনে আমাক আগবাঢ়ি যাবলৈ দিব; বৰং এইটোহে প্ৰশ্ন — কোনে আমাৰ পথৰুদ্ধ কৰিব পাৰে?

**সাৰাংশ ঃ**

সফলতা লাভ কৰিবলৈ হ'লে আমি মিছন পদ্ধতিৰে আমাৰ বিভিন্ন কাৰ্যক্ৰম আৰু নীতিসমূহৰ সুসম্পাদন কাৰ্যকৰী কৰিব লাগিব। পথত খলা-বমা থাকিলে প্ৰগতি ক্ষীপ্ৰ আৰু সুদূৰপ্ৰসাৰী হ'ব নোৱাৰে। মানৱ সম্পদ আৰু পাৰ্থিৱ সম্পদৰ দৰে অপৰ্যাপ্ত ৰাষ্ট্ৰীয় সম্পদসমূহৰ যথাৰ্থ প্ৰয়োগ অনিবাৰ্য।

## অষ্টম অধ্যায়

# এখন নতুন ৰাজ্যৰ নিৰ্মাণ

'সমগ্ৰ পৃথিবীৰ ভিতৰত মোক যদি এনে এখন ঠাই বাচি-বিচাৰি উলিয়াবলৈ দিয়া হয় য'ত প্ৰকৃতিয়ে নিজ বদান্যতাৰে, অকৃপণভাৱে বিপুল বৈভৱ, ক্ষমতা আৰু সৌন্দৰ্য ঢালি-বাকি দিছে, আৰু যাৰ কিয়দংশ ভূস্বৰ্গ যেন, — তেতিয়া মই নিৰ্দ্বিধাই ভাৰতবৰ্ষলৈকে আঙুলিয়াই দিম।'

— এফ মেক্সমূলাৰ

বিগত ২০০১ চনৰ ছেপ্টেম্বৰ মাহত ঝাৰখণ্ড ৰাজ্যখন ভ্ৰমণলৈ যাওঁতেই মোৰ এই কিতাপখনৰ লেখা কাম আৰম্ভ। সেইটো মোৰ চতুৰ্থ যাত্ৰা আছিল। প্ৰথম দুবাৰ যাওঁতে মই ৰাজ্যখনৰ বিভিন্ন ক্ষেত্ৰৰ ব্যুৎপত্তিৰ মৰ্ম নিচেই ওচৰৰ পৰা প্ৰত্যক্ষ কৰিছিলো। মোক এই ৰাজ্যখনৰ বিজ্ঞান আৰু প্ৰযুক্তি সংস্থাৰ পৃষ্ঠপোষক কৰা হৈছিল। মোৰ এইবাৰৰ ভ্ৰমণৰ উদ্দেশ্য আছিল — ৰাজ্যখনৰ মুখ্যমন্ত্ৰী বাবুলাল মাৰান্দী, বিজ্ঞান আৰু প্ৰযুক্তি বিভাগৰ মন্ত্ৰী সমৰেশ সিং আৰু অন্যান্য সংশ্লিষ্ট বিষয়াবৰ্গক সাক্ষাৎ কৰি দেশখনত ভেষজ সম্পদ, বনজ আৰু অন্যান্য প্ৰাকৃতিক-খনিজ সম্পদৰ বিকাশৰ স্বাৰ্থৰ অনুকূলে সুদূৰপ্ৰসাৰী কাৰ্যসূচী গ্ৰহণ কৰা। ৰাঁচীত ভৰি দিয়াৰ লগে লগে এদল ল'ৰা-ছোৱালীয়ে এসোপা ফুলৰ থোপাৰে মোক সম্ভাষণ জনালেহি। এজন সাধাৰণ বিজ্ঞানীৰ প্ৰতি তেওঁলোকৰ যি আগ্ৰহ-শ্ৰদ্ধা আৰু তেওঁৰ স্বপ্নৰ ওপৰত যি বিশ্বাস বা ভৰসা তাকে দেখি মই অভিভূত হ'লো। মই সেই ৰাজ্যৰ ৰাজ্যপাল প্ৰভাত কুমাৰকো সাক্ষাৎ কৰিলো। তেওঁ মোক ৰাজ্যখনৰ বনজসম্পদ আৰু তাৰ মানুহৰ কঠোৰ শ্ৰম কৰা অভ্যাসৰ কথা ক'লে।

ইয়াৰ আগতে ৰাঁচীৰ পৰা ৭৫ কিলোমিটাৰ দূৰৈৰ পাহাৰী অঞ্চল এটালৈ যোৱাৰ কথাটো মোৰ মনলৈ আহিছে। অধ্যাপক বসুৱে তাত শিশুৰ শিক্ষা আৰু স্বাস্থ্যৰ উন্নতি অভিলাষী এক ব্যাপক আঁচনিৰ নেতৃত্ব দিছিল। মই পাহাৰী এলেকাটোৰ গাঁও অঞ্চলৰ বুঢ়া-মেথা, ডেকা-ডেকেৰীখিনিৰ সৈতে একেলগে মাটিতে লেপেটা কাঢ়ি বহি লৈ তেওঁলোকৰ লগত সুখ-দুখৰ কথা পাতিলো। তেতিয়া এটা কথা মোৰ আগত প্ৰতিভাত হ'ল ঃ ইয়াত মোৰ উপস্থিতিটো আগতে ঠিক কৰা হৈ আছিল। উন্নয়নৰ আটাইবোৰ উপাদান আছিল সেইখন ঠাইত — পৰ্যাপ্ত বৰষুণ হোৱা সাৰুৱা মাটি, ওখ ওখ গছ-গছনি, প্ৰচুৰ উদ্ভিদ বনস্পতি আদি; তাৰ উপৰি কঠোৰ শ্ৰম কৰাৰ বাবে সদাপ্ৰস্তুত এমুঠি মানুহ। হাঁহিৰে তেওঁলোকৰ মুখবোৰ উদ্ভাসিত হৈ আছিল। মুখৰ এনে পবিত্ৰ হাঁহি কাচিৎহে দেখিবলৈ পোৱা যায় — অন্ততঃ চহৰবোৰত। অৱশ্যে সাধাৰণ অন্ন-

বস্ত্ৰৰ বাবে অত্যধিক শ্ৰম কৰাৰ বাবে তেওঁলোকৰ মুখত ক্লান্তিৰ ছাপো দেখা গৈছিল।

এইটো যাত্ৰাত, ৰাজ্যখনত ভেষজ দৰৱ উদ্যোগ এটা স্থাপনৰ বাবে ফলপ্ৰসূ আঁচনি এখন তৈয়াৰ কৰাৰ ক্ষেত্ৰত কিছু অগ্ৰগতি লাভ কৰিলো। বিভিন্ন বিষয়াবৰ্গৰ সৈতে আমি ভেষজ পাম আৰু ঔষধ প্ৰস্তুতকৰ্তাসকলৰ তাত বনস্পতিসমূহৰ বিপণন সম্পৰ্কে লোৱা আঁচনিৰ ওপৰত বিস্তৃত আলোচনা কৰিলো। আমাৰ লক্ষ্য আছিল — ৰাজ্যখনৰ ভিতৰতে দৰৱসমূহ প্ৰস্তুত কৰা হওক — যাতে বৰ্ধিত ৰাজহৰ আয় দেশখনৰ ৰাজকোষলৈ যায় আৰু দেশখনত উদ্যোগৰ বিকাশ হয়। দেশখনৰ বাবে, আৰু আমাৰ অভিযানটোৰ বাবেও — এইটো এক নতুন সম্পৰীক্ষা। কিন্তু অভিযান পৰিচালনাত আমাৰ যি অভিজ্ঞতা সিয়েই ঝাৰখণ্ডক ঘাইকৈ ফুলৰ খেতি, বনৌষধি আৰু অন্যান্য ভেষজ সামগ্ৰী — এই তিনিটা বিশেষ ক্ষেত্ৰত প্ৰৱেশৰ বাবে ব্যাপক সুবিধা প্ৰদান কৰিলে।

সেই বৈঠকৰ পিছতে আমি ইস্পাত নগৰী বোকাৰুলৈ যাত্ৰা কৰিলো। বতৰটো ডাৱৰীয়া আছিল। আমাৰ উৰণ ৰদ হ'ব নেকি সেই দুশ্চিন্তা হৈছিল মনত। ভাটিবেলা আঢ়ৈ বজাত আমি ৰাঁচী বিমানকোঠ পালোগৈ। ৰাজ্য চৰকাৰে এখন পৱনহংস হেলিকপ্তাৰ ভাড়ালৈ লৈছিল। মই বিমান চালকজনক সুধিছিলো — তেনেকুৱা বতৰত উৰাটো সম্ভৱ হ'বনে নহয়! এমোকোৰা হাঁহিৰে বিমান-চালকজনে সুন্দৰ উৰণ এটাৰ অংগীকাৰ কৰিছিল। সময়মতে হেলিকপ্তাৰখনে উৰা মাৰিলে। আৰোহী কেৱল মই আৰু অন্য এজন।

মই প্ৰায়েই হেলিকপ্তাৰত উৰি ফুৰোঁ। কিন্তু সিদিনাখন সঁচাকৈয়ে বতৰ বৰ বেয়া পাইছিলো। বিমান-চালকজন বৰ দক্ষ আছিল। বতৰৰ উত্তাল ৰূপৰ মাজতো তেওঁ হেলিকপ্তাৰখন সামান্যও ইকাটি-সিকাটি নকৰাকৈ সুস্থিৰ কৰি ৰখাৰ বাবে মই এবাৰ তেওঁক ধন্যবাদ জ্ঞাপন কৰিলো। ঘন বিশাল অৰণ্যানি, পাহাৰ, জান-জুৰিৰ ওপৰেদি উৰি যোৱাটো মোৰ বাবে এক অদ্ভুত অভিজ্ঞতা। প্ৰকৃতিৰ অনিন্দ্য ৰূপ দেখি মই বিস্ময়াভিভূত হৈছিলো। এনে মূল্যবান প্ৰাকৃতিক সম্পদবোৰ ক্ষুদ্ৰ ব্যৱসায়িক লাভৰ বাবে কৰা নিৰ্বিচাৰ ধ্বংস কাৰ্যৰ পৰা ৰক্ষা কৰিব পৰা যায় নে নাযায় তাকে ভাবি আছিলো।

এনেতে মই বিমান-চালক দুজনক দ্ৰুতগতিত তললৈ নামি যোৱা হেলিকপ্তাৰখন সম্পৰ্কে উত্তেজিতভাৱে কথা পতা শুনিলো। মই নিজেও সতৰ্ক হৈ গ'লো।

তললৈ চাই মই সৰ্বত্ৰ অসংখ্য গাড়ী-মটৰ আৰু মানুহ-দুনুহ দেখা পালো। তাৰ ক্ষন্তেক পিছতে সংঘৰ্ষ — এটা বিকট শব্দ কৰি হেলিকপ্তাৰখন মাটিত পৰিলগৈ। হেলিকপ্তাৰখনৰ ভগ্ন অংশ কিছুমান আমাৰ ওচৰে-পাজৰে অ'ত-ত'ত সিঁচৰতি হৈ পৰিল। অগ্নিনিৰ্বাপক বাহিনীৰ গাড়ী আমাৰ ফালে ঢপলিয়াই অহা দেখিলো।

বহন অসাধ্য ওজন এটাৰ নিচিনাকৈ মাটিত খুন্দা মৰা হেলিকপ্তাৰখনৰ পৰা মই লাহেকৈ নামি আহিলো। দৈৱাৎ আমি ভূপৃষ্ঠৰ ওচৰ পাওঁ পাওঁ হওঁতেহে হেলিকপ্তাৰখনৰ ইঞ্জিনটো বিকল হৈ গৈছিল। কিছু আগতে হোৱা হ'লে আমি আটায়ে মহাকালৰ গৰ্ভত লীন গ'লোহেঁতেন। বিমান-চালক দুজনে ভয়ত বিতত-বিবৰ্ণ হৈ অসহায়ভাৱে মোৰ ফালে চাইছিল। দুয়োৰে হাত দুখন সাৱটি ধৰি মই দুয়োকে ধন্যবাদ জনালো। মই ক'লো, 'মাজে মাজে উন্নত যন্ত্ৰ-পাতিৰ ক্ষেত্ৰত এনেকুৱা ঘটনা ঘটি যায়। বিমানচালক হিচাপে তেওঁলোকে সাহসেৰে তেনে অৱস্থাৰ মোকাবিলা কৰিব পাৰিব লাগিব।

ৰামকৃষ্ণ বিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীবিলাকৰ সভা এখনত মই বক্তৃতা দিয়াৰ কথা। তেওঁবিলাক নিশ্চয় ৰৈ থাকিব। গতিকে আমি ভয় আৰু বিধ্বস্ত হেলিকপ্তাৰৰ চিন্তা তাতেই জোকাৰি থৈ ৰামকৃষ্ণ বিদ্যালয়লৈ ঢাপলি মেলিলো। বিদ্যালয়খনৰ অধ্যক্ষ কৃষ্ণস্বামীয়ে মোক আগবঢ়াই নিলেহি। মই সভাকক্ষৰ মাজেদি মঞ্চৰ ফালে আগুৱাই যাওঁতে ছাত্ৰ-ছাত্ৰীবোৰে মোৰ গালৈ গোলাপ ফুলৰ কোমল পাহিবোৰ ছটিয়াই দিছিল। তেওঁলোকে বিমান দুৰ্ঘটনাৰ খবৰটো মই তালৈ গৈ পোৱাৰ আগতেই পাইছিল। ল'ৰা-ছোৱালীবোৰ নিতাল-নিস্তব্ধ হৈ বহি আছিল।

আটাইৰে স্নায়ৱিক উত্তেজনা লাঘৱ কৰিবলৈ মই ডেকাসকলক উদ্দেশি ক'লো ঃ 'বন্ধুসকল! মই ৰাঁচীৰ পৰা ইয়ালৈ আহি থাকোতে এই পথছোৱাত ভগৱানে তোমালোকৰ এই ৰাজ্যখনত ঢালি-বাকি দিয়া বিপুল দানৰ বাবে তেওঁৰ প্ৰশংসা কৰি আছিলো। ইয়াত ভূগৰ্ভৰ তলে-ওপৰে অপৰ্যাপ্ত খনিজ সম্পদ আছে। ঝাৰখণ্ডৰ সমতল অঞ্চলৰ উৰ্বৰ মাটিতে উভৈনদী শস্যৰ উৎপাদন হয়। মনোৰম অৰণ্য, উপত্যকা আৰু পাহাৰৰ ওপৰেদি উৰি আহি থাকোতে সিবোৰত বিপুল বনস্পতি আৰু ভেষজ সম্পদ দেখি মই তবধ মানিছো — মনত আশা জাগিছে। ভূপৃষ্ঠত মই সম্পূৰ্ণ সক্ৰিয় তীখা কাৰখানা এটাও দেখিলো। এই মুহূৰ্তত মই মোৰ চকুৰ আগত যি দেখিছো, আৰু যাৰ বাবে তোমালোকৰ দেশখন বিখ্যাত, সেয়া হ'ল অত্যন্ত উদ্যোগী আৰু কষ্টসহিষ্ণু

ইয়াৰ মানুহ। গতিকে প্ৰয়োজনীয় সকলো সম্পদ ৰাজ্যখনত আছে। অতএব এইখন ৰাজ্যই এটা বিৱৰ্তন হোৱালৈকে বাট চাই আছে। মই ভাবো — অদূৰ ভৱিষ্যতে গাঁওবিলাকে নগৰীয়া সা-সুবিধা লাভ কৰিব আৰু শিক্ষা-দীক্ষা, স্বাস্থ্য আৰু চাকৰি-বাকৰিৰ ক্ষেত্ৰত স্বনিৰ্ভৰশীল হৈ উঠিব। আজিৰ ঘটনাটোৱে মোৰ জীৱনৰ বাকী থকা দিনকেইটাৰ অভিযানো সূত্ৰিত কৰাত সহায় কৰিব। দেশখনৰ সম্পদৰাশি চকুত পৰাৰ পিছতেই হেলিকপ্তাৰৰ পৰা অৱতৰণৰ আহুকালবোৰ মই সমূলি পাহৰি গ'লো। এই সম্পদসমূহৰ ব্যৱহাৰ কৰি তোমালোকে কেনেকৈ ৰাজ্যখনক এখন উন্নত ৰাজ্য হিচাপে গঢ়িব পাৰিবা? গতিকে তোমালোকে অভিযানৰ লক্ষ্য সাধনৰ বাবে কাম কৰি যাব লাগিব।

যি সময়ত এই ল'ৰা-ছোৱালীবোৰ প্ৰাপ্তবয়স্ক হৈ চাকৰি-বাকৰি বা উপযুক্ত সংস্থানৰ নিদান লাভ কৰিব তেতিয়া জ্ঞানৰ সমাজ স্থাপনৰ স্বাৰ্থত তেওঁলোক ৰাষ্ট্ৰীয় প্ৰয়াসৰ অংগ হৈ পৰিব। ৰাজ্যখনৰ মংগলৰ হকে তেওঁলোকে এদিন প্ৰভূত অৱদান আগবঢ়াব পাৰিব। সেইটোৱেই — ঝাৰখণ্ডক মহিমামণ্ডিত কৰাটোৱেই তেওঁলোকৰ একমাত্ৰ সংকল্প হ'ব।

ল'ৰা-ছোৱালীবোৰে পতা প্ৰদৰ্শনীত সিহঁতৰ সুন্দৰ সুন্দৰ বস্তুবোৰ চোৱাৰ উপৰি সাংস্কৃতিক অনুষ্ঠানত এটি চালিধৰা নৃত্য উপভোগ কৰি থাকোতে অনবৰতে মোৰ মনত এটা কথা খেলি আছিল। সৃষ্টিৰ শক্তি উৎপাদক উৎসবোৰৰ যাতে কণ্ঠৰোধ হৈ নাযায় তাৰবাবে শিক্ষাৰ বিস্তৰ উন্নতি সাধন কৰাটো একান্ত অপৰিহাৰ্য। কেন্দ্ৰ আৰু ৰাজ্যৰ সহযোগত মই এই ক্ষেত্ৰখনতে কাম কৰি যাব পাৰিম বুলি মোৰ মনত ধাৰণা জন্মিছে। ৰামকৃষ্ণ বিদ্যালয়ৰ উৎসৱৰ পিছত মই অন্যান্য সকামবিলাক কৰি আছিলো। টাউন হলত সভা এখন অনুষ্ঠিত হোৱাৰ কথা আছিল। বোকাৰু ঈস্পাত কাৰখানাৰ মহাপ্ৰবন্ধকজনে মোৰ স্বাস্থ্য পৰীক্ষা কৰাৰ বাবে ভাবি-চিন্তি পঠিয়াই দিয়া ডাক্তৰৰ উদ্বিগ্নতাকো কাষৰাই থৈ মই তালৈ গ'লো। টাউন হলত মই 'ঝাৰখণ্ডৰ বুনিয়াদী যোগ্যতা আৰু উদ্যোগ'— এইটো বিষয়ৰ ওপৰত বক্তৃতা দিয়াৰ কথা। মই মোৰ ভাষণটো চমুৱাই দিলো — যাতে তাত এটা আলোচনাপৰ্ব অনুষ্ঠিত হ'ব পাৰে।

ইতিমধ্যে ইলেক্ট্ৰনিক মাধ্যমে নিজৰ কাম কৰিয়েই পেলাইছিল। আমি তালৈ যোৱাটো মাধ্যমত ধৰিবৰ বাবে তাত শক্তিশালী মিডিয়া আগৰে পৰাই আছিল — সেই গতিকে মোৰ বিমানখন দুৰ্ঘটনাত পতিত হোৱা খবৰটো সমগ্ৰ দেশত ভুৰকে বিয়পি গৈছিল। মই ভালে ভালে আছোনে নাই সেই কথা

জানিবলৈ বিভিন্ন ঠাইৰ পৰা মোলৈ মোবাইলত ফোন আহিবলৈ ধৰিলে। মই মিটিংখনত বেমেজালি হোৱাটো বিচৰা নাছিলো — সেই গতিকে মোৰ মোবাইল ফোনটো ড° বিজয়ৰাঘৱণৰ হাতত দিলো। ক্ষন্তেক আগতে তেওঁ ৰাঁচীৰ পৰা ৰাস্তাইদি আহি পাইছিল। মই তেওঁক অনুৰোধ কৰিলো — তেওঁ যাতে ৰামেশ্বৰমত থকা মোৰ চিয়াশী বছৰ বয়সীয়া ডাঙৰ ককাইদেউজনক ফোন কৰি মই নিৰাপদে থকা বুলি জনাই দিয়ে। মই তেওঁক মোৰ ব্যক্তিগত সচিব ছেৰিডনলৈকো ফোন এটা কৰি দিবলৈ ক'লো — যাতে মোলৈ অহা ফোনবিলাকৰ তেওঁ ব্যৱস্থা লয়।

মই বক্তৃতা দি থকা সময়তে ড° ৰাঘৱণে হাতৰ টিপতে মোক এটি সৰু টোকা দিলে। 'আপুনি যে সুস্থ সেই কথাটোত আপোনাৰ ককাইদেউ পতিয়ন যোৱা নাই। আপুনি যে নিৰাপদে আছে সেই কথাটো তেখেতে আপোনাৰ মুখৰ কথাৰে শুনিব বিচাৰিছে।' হায়! ডাঙৰ ভাই তোমাৰ জীৱনত সদায় ডাঙৰেই হৈ থাকিল। ককাইদেউক আশ্বস্ত কৰাৰ বাবে সভাখনত ব্যাঘাত জন্মাবলগীয়া হ'ল।

টাউন হলৰ সভাখনলৈ ঘূৰি আহি পুনৰ আলোচনাৰ আঁত ধৰিলো। এনেতে সমজুৱাৰ ফালৰ পৰা এটা প্ৰাসংগিক প্ৰশ্ন উত্থাপিত হ'ল। প্ৰশ্নকৰ্তাজনে সুধিলে, 'ড° কালাম! কেঁচা সামগ্ৰীবোৰ বিভিন্ন বন্দৰৰ পৰা কিয় ৰপ্তানী কৰা হয়, যিবোৰ সেই উদ্দেশ্যে বিশেষ আৰ্হিৰে বনোৱা হয়,— অনুগ্ৰহ কৰি আপুনি ক'বনে?' এই প্ৰশ্নটো খনিজ সম্পদৰ বিশাল ভাণ্ডাৰ থকা ঝাৰখণ্ডৰ বাবে খুবেই প্ৰাসংগিক প্ৰশ্ন! উত্তৰ স্বৰূপে, গোৱাত, মোৰ লগত হোৱা কথোপকথন এটাৰ বৰ্ণনা দিলো। মই তাৰ বিশ্ববিদ্যালয়ৰ দীক্ষান্ত সমাৰোহত ভাষণ দিবলৈ যাওঁতে নাৱেৰে পোতাশ্ৰয় পাৰ হৈ আছিলো। মোৰ লগত আছিল মুৰমুগাঁও পোৰ্ট্ ট্ৰাষ্টৰ অধ্যক্ষ ড° জোছ পাল। আমি জাপানলৈ লৌহ খনিজ বস্তু ৰপ্তানি কৰা বিষয়টোৰ ওপৰত আলোচনা আৰম্ভ কৰি দিছিলো। তাৰ অধিকাংশ পানজিমৰ পৰা হৈছিল। তেওঁ কৈছিল যে বছৰি চাৰিটা বন্দৰৰ পৰা ত্ৰিশ নিযুত টন লৌহ সামগ্ৰী ৰপ্তানী কৰা হয় — তাৰে আকৌ সোতৰ নিযুত টন অকল মুৰমুগাঁৱৰ পৰাই ৰপ্তানী হয়। খনিটো তেনেই কম দামতে — প্ৰতি টনত মাত্ৰ কেইটামান ডলাৰৰ বিনিময়ত বিক্ৰী কৰি দিয়া হয়; কিয়নো খৰিদ্দাৰবোৰৰ মতে তাৰ বস্তুবিলাক নিকৃষ্ট মানৰ। সেই গতিকে, এই বিক্ৰীয়ে অৰ্থনীতিত বৰ বিশেষ অবিহণা যোগাব নোৱাৰে। সেই একে খনিজ দ্ৰব্যবোৰ

যদি ইয়াত ব্যৱহাৰ কৰা হয় তেন্তে মূল্য সংযোজনৰ বাবে তাতকৈ বহু বেছি উপাৰ্জন হ'ব।

'এই 'ভেলু এডিশ্যন' (মূল্য সংযোজন) কি? আপুনি এটা উদাহৰণ দি বুজাই দিব পাৰিবনে?' বোকাৰুত মোক এই প্ৰশ্নটো সুধিছিল। তাত মোৰ এটা বৰ শক্তিশালী উদাহৰণ মনত পৰিছিল। ১৯৭০ৰ দশকত আমি উপগ্ৰহ প্ৰক্ষেপণ যানৰ ওপৰত কাম কৰি থাকোতে 'বেৰিলিয়ম ডায়ফ্ৰেম'ৰ দৰকাৰ হ'ল। উৰণৰ সময়ত ৰকেট বা মিছাইলৰ উচ্চতা নিৰূপণ কৰা চেন্সৰত ইয়াক ব্যৱহাৰ কৰা হয়। এইবোৰ আমাৰ তাত নথকা হেতুকে আন্তঃৰাষ্ট্ৰীয় বজাৰৰ পৰা ক্ৰয় কৰাৰ বাবে এটা দল গঠন কৰা হ'ল। দলটোৰ মুৰব্বীজন আছিল প্ৰাক্তন মুখ্য নিৰ্বাচন আয়ুক্ত টি. এন. শেষাণ আৰু মাধৱন নায়াৰ, ড° এছ. চি. গুপ্তা আৰু মই সদস্য আছিলো। আমি নিউয়ৰ্কৰ কোম্পানী এটাৰ পৰা এশ বেৰিলিয়ম ডায়ফ্ৰেমৰ বাবে ব্যৱসায়িক লেনদেন কৰিলো।

তিনি মাহৰ পিছত আমি কোম্পানীটোৰ পৰা এইবুলি এখন চিঠি পালো যে যিহেতু বেৰিলিয়ম ডায়ফ্ৰেম আন্তঃমহাদেশীয় বেলিষ্টিক মিছাইলৰ লগত থকা চেন্সৰৰ ক্ষেত্ৰত প্ৰয়োগ কৰা হয় সেই গতিকে তেওঁক গৃহৰাজ্য দপ্তৰে সিবিধ বস্তু ভাৰতলৈ যোগান ধৰিব নিদিয়ে। তেতিয়া আমিও সেই সমস্যাটো দূৰ কৰিবলৈ যুদ্ধকালীন ক্ষীপ্ৰতাৰে কাম আৰম্ভ কৰিলো। টেকন'লজী দিবলৈ অস্বীকাৰ কৰা মানেই তাক উপলব্ধ কৰা — আমাৰ বাবে সেইটো আছিল এক প্ৰত্যাহ্বান।

ইতিমধ্যে এই কথাটো ওলাই পৰিল যে ভাৰতৰ মাটিতেই বেৰিলিয়ম খনিৰ বিশাল ভাণ্ডাৰ মজুত আছে। সেই সময়ত সেই খনিজ দ্ৰব্য জাপানলৈ ৰপ্তানী কৰা হৈছিল। তেওঁলোকে তাক সংসাধন কৰি বেৰিলিয়ম ৰদ আৰু চাদৰৰ দৰে বনাই আমেৰিকাৰ কোম্পানীবিলাকলৈ প্ৰেৰণ কৰে আৰু আমেৰিকাই সেইবোৰ ডায়ফ্ৰেমৰ দৰে বেৰিলিয়ম উৎপাদিত সামগ্ৰীবোৰ বনায়। মই জীৱনত এটা ভাল ধাক্কা খালো — এই পদাৰ্থবিধৰ খনন ভাৰততে কৰি জাপানলৈ ৰপ্তানী কৰা হয়, জাপানে সংসাধন কৰি আমেৰিকালৈ পঠিয়ায়। ইফালে আকৌ আমেৰিকাই তাকেই ভাৰতক দিবলৈ অস্বীকাৰ কৰিলে। আমাৰ নিজৰ উদ্যোগ বা প্ৰয়াস ক'ত থাকিল তেনেহ'লে? আমাৰ লক্ষ্যৰ কি হ'ল? এই কথাটো সংবাদ মাধ্যমত বিশেষ প্ৰাধান্য দি পৰিৱেশন কৰা হ'ল — যাৰ ফলত বেৰিলিয়ম ৰপ্তানী কৰাটো একেবাৰে বন্ধ হৈ গ'ল।

একেই কথা অন্যত্ৰও ঘটিছে। পৰিণতি হৈছিল এনেকুৱা। বিপুল সম্পদৰ

ভাণ্ডাৰ থকা সত্ত্বেও ভাৰতবৰ্ষ এখন দুখীয়া ৰাষ্ট্ৰ। কিয়নো ইয়াত মূল্য সংযোজন নীতিৰ ওপৰত বিশেষ ধ্যান দিয়া নহয় — সি লাগিলে খনিজ উৎপাদন অথবা 'বায়'-ডাইভাৰ্ছিটি' উৎপাদন নতুবা শস্য-মৎস্য যিয়েই নহওক কিয়! বেৰিলিয়ম খনিজ-দ্ৰব্যৰ ক্ষেত্ৰত সংশোধন প্ৰক্ৰিয়াৰ পিছত কমপক্ষেও দহগুণ মূল্য সংযোজন হৈ যায়। তাকে আকৌ উৎপাদনলৈ ৰূপান্তৰ কৰিবলৈ যাওঁতে মূল্য সংযোজন এশগুণ বৃদ্ধি হয়। এইদৰে ভাৰতৰ মাটিতেই উপলব্ধ হোৱা সম্পদ এবিধৰ বাবে আমিয়েই আকৌ জাপান আৰু আমেৰিকাক দাম দি থাকিবলগীয়া অৱস্থা হৈছে। একেই অৱস্থা লৌহ খনিজ আৰু আন আন ৰপ্তানীৰ ক্ষেত্ৰত হৈ আছে। মাত্ৰ মূল্য সংযোজনৰহে সামান্য হেৰফেৰ! এই শিকনিটো অতিশীঘ্ৰে আমি আয়ত্ত কৰা উচিত।

সেই একেখন সভাতে আন এটা চিত্তাকৰ্ষক প্ৰশ্ন উঠিল। 'ৰাজনীতিত পবিত্ৰতা সম্ভৱ বুলি আপুনি বিশ্বাস কৰেনে?' এই প্ৰশ্নটো মোৰ দৃষ্টিকোণৰ পৰা সামান্য বাহিৰত। কিন্তু এই প্ৰশ্নটোৰ এটা দিশ নথকা নহয়, যিটো আগতেও চৰ্চা কৰা হৈছিল। মই সেই দিশটো আলোচনা কৰিব বিচাৰোঁ। ৰাজনীতি-সমাজনীতি, বিজ্ঞান-প্ৰযুক্তি, উদ্যোগ, কলা-শিল্প আদি সকলোতে উৎকৰ্ষতাৰ স্বাক্ষৰ ৰখা মানুহৰ গোটেই প্ৰজন্ম এটাই প্ৰাক্-স্বাধীনতা কালতেই আত্মপ্ৰকাশ কৰিছিল। মহাত্মা গান্ধী, চি ভি ৰমণ, জে আৰ ডি টাটা, পীৰোজ্‌ছা বি গড্‌ৰেজ, লক্ষ্মণৰাও কিৰ্লোছকাৰ, ৰামকৃষ্ণ বাজাজ, ৰবীন্দ্ৰনাথ ঠাকুৰ, ড° সৰ্বেপল্লী ৰাধাকৃষ্ণণ, মদন মোহন মালব্য আদি — এখন দীঘলীয়া নামৰ ফৰ্দি দিব লাগিব। হঠাতে সমাজৰ সকলো স্তৰতে উৎকৃষ্টতাৰ নিদৰ্শন পৰিলক্ষিত হ'ল আৰু যি পৰিস্থিতিয়ে এনে প্ৰস্ফুটন সম্ভৱ কৰিছিল সি আছিল সমগ্ৰ দেশে দেখা এটা স্বপ্ন।

মোৰ বিশ্বাস — আজি আমাৰ দেশে যদি আকৌ এটা স্বপ্ন দেখে তেন্তে আমাৰ সমস্ত আশা-আকাংক্ষাৰ অনুকূলে জীৱনৰ সকলো স্তৰতে মহান নেতাৰ পুনৰ আৱিৰ্ভাৱ হ'ব — আনকি ৰাজনীতিতো।

পিচদিনাখন মই ভাৰতবৰ্ষৰ বৃহত্তম ঈস্পাত কাৰখানা হিচাপে পৰিচিত বোকাৰু ঈস্পাত কাৰখানা চাবলৈ গ'লো। কাৰখানাৰ মহাপ্ৰবন্ধক শ্ৰীযুত তেৱাৰীও গ'ল মোৰ লগত। কাৰখানাটোৰ আকাৰ দেখি হতভম্ব হ'ব লাগে। শ শ মানুহে সংগঠিতভাৱে কাম কৰি থকা মই দেখিলো। তেওঁলোকৰ গাৰ পৰা ঘাম বৈ আছিল আৰু ভাটিৰ পৰা জুইৰ বোৱতী নৈ এখনৰ লেখীয়াকৈ গলিত

ঈস্পাত বৈ আহি আছিল। মোক তেওঁলোকে কৈছিল যে লৌহ খনি কেইবছৰমানলৈকে পাই থাকিব। কাৰখানাটো দেখি মোৰ ভাল লাগিছিল — কিন্তু তাৰ ওচৰে-পাজৰে কোনো উদ্যোগ পাম নেদেখি মই হতাশ হ'লো। থকা হ'লে তাত উৎপাদিত হোৱা ঈস্পাতৰ পৰা হৰেক ৰকমৰ সামগ্ৰী উৎপাদন কৰিব পৰা গ'লহেঁতেন। মোক ক'লে যে উদ্যোগপাম স্থাপন কৰাটো ৰাজ্য চৰকাৰৰ গণ্ডীত পৰে। সেইটো শুনি আমাৰ কোঠাৰ ভিতৰতে আবদ্ধ চিন্তা-ভাৱনাৰ বাবে ওপজা পুৰণি অনুতাপ এটাই মোৰ অন্তৰ দগ্ধ কৰিলে। এনে খণ্ডিত বা বিচ্ছিন্ন প্ৰশাসন কিয় — য'ত এটা সংস্থা সদায় আনটোৰ পৰা বিচ্ছিন্ন? কেন্দ্ৰীভূত পৰিকল্পনাৰ সহায়ত ৰাষ্ট্ৰীয় বিকাশ অভিযান ৰাজ্য নিৰ্ভৰ উদ্যোগ অভিমুখী নোহোৱালৈকে প্ৰকৃত অৰ্থতেই সমৃদ্ধি বা উন্নয়ন সম্ভৱ নহ'ব।

উৰাজাহাজেৰে দিল্লী প্ৰত্যাৱৰ্তন কৰোঁতে ঝাৰখণ্ডক কি ধৰণে সহায় কৰিব পৰা যায় গভীৰভাৱে সেই চিন্তাকে কৰি আছিলো। কেইটামান ব্যাপক অভিযানৰ দৰকাৰ — যি অভিযানে এক নিৰ্ধাৰিত সময়সূচীৰ আওতাত ৰাজ্যৰ চেহেৰা সলনি কৰি দিব পাৰে! তাৰ বাবে কেন্দ্ৰ আৰু ৰাজ্য উভয়ে সংঘবদ্ধভাৱে উদ্যোগ হাতত ল'ব লাগিব। সেইটো সম্ভৱ হ'বগৈনে?

এইখিনিতে মই উপগ্ৰহ উৎক্ষেপণ যান (এছ এল ভি-৩) আৰু মিছাইল অস্ত্ৰ-শস্ত্ৰৰ বিকাশ কাৰ্যসূচীৰ অভিজ্ঞতাৰ কথা দোহাৰিব খুজিছোঁ। সংঘবদ্ধ অগ্ৰগতিৰ দ্বাৰা মই কি বুজাব খুজিছো সিবোৰেই ভালকৈ ব্যাখ্যা কৰিব। এইবোৰ প্ৰচেষ্টাত সফল হ'বলৈ হ'লে বহু সংগঠন মিছনৰ ধাৰণা উপলব্ধ কৰিব লাগিব। ৰকেট এটা নিৰ্মাণৰ প্ৰক্ৰিয়াটো ড্ৰয়িং বোৰ্ডৰ পৰা আৰম্ভ কৰি তাৰ বিকাশ আৰু প্ৰক্ষেপণ পৰ্যন্ত এটা দীঘলীয়া প্ৰক্ৰিয়া। গোটেই প্ৰক্ৰিয়াটোৰ মাজত বিশ্বসনীয়তা সম্বন্ধীয় কাৰকে বিশেষ ভূমিকা লয়। প্ৰথম ষ্টেজটো অতিকায় বুষ্টাৰ থকা ৰকেট প্ৰণালী। 'ৰোহিণী'ক কক্ষত স্থাপন কৰাৰ আগতে বুষ্টাৰ ৰকেটটো পাঁচটা পৰীক্ষণ প্ৰক্ৰিয়াৰে পাৰ হৈছিল আৰু দুটা প্ৰায়োগিক উৰণৰ সময়তো ইয়াৰ পৰীক্ষা কৰা হৈছিল। অৰ্থাৎ উৎক্ষেপণৰ সময় অহাত এটা প্ৰমাণিত আৰু উন্নীত বুষ্টাৰ পোৱা গৈছিল।

১৯৮২ চনত যেতিয়া মিছাইল কাৰ্যক্ৰমৰ যোজনা বনোৱা হৈছিল তেতিয়া মধ্যম দূৰত্বৰ মিছাইল (আই আৰ বি এম)ৰ কোনেও দাবী উঠোৱা নাছিল। সি যি কি নহওক লাগিলে, এছ এল ভি-৩ বুষ্টাৰৰ সহজলভ্যতাই স্বীকৃত কাৰ্যক্ৰমৰ

অংগ হিচাপে প্ৰযুক্তিবিদ্যাৰ নিদৰ্শক 'অগ্নি'ৰ নিৰ্মাণৰ পথ প্ৰশস্ত কৰিলে। ছয়ত্ৰিশ কোটি টকাৰ মধ্যমীয়া বাজেটতে অগ্নি নিৰ্মাণ কৰি ১৯৮৯ চনত সফলভাৱে প্ৰক্ষেপিত কৰা হ'ল। মাত্ৰ ছবছৰ সময়ৰ ভিতৰতে ভাৰতবৰ্ষই আই আৰ বি এম উপলব্ধ কৰিব বুলি পৃথিৱীৰ কোনোৱে প্ৰত্যাশা কৰিব পৰা নাছিল। অগ্নি অভিযান বহু সংস্থা নিৰ্ভৰ কাৰ্যক্ৰমৰ আওতাত পৰিকল্পিত কৰা হৈছিল। সেই কাৰণেই এইটো সম্ভৱ হ'ল।

মিছন কাৰ্যক্ৰম পদ্ধতিৰে চালিত অন্তৰীক্ষ আৰু প্ৰতিৰক্ষা পৰিযোজনা সম্পৰ্কে মোৰ মূল্যাংকন হ'ল এয়ে যে চৰকাৰী বিভাগসমূহ, উদ্যোগ, গৱেষণা প্ৰতিষ্ঠান আদি বিভিন্ন অংশগ্ৰহণকাৰীসমূহৰ মাজত শক্তিশালী জোঁট বন্ধনৰ জৰিয়তে ন্যূনতম খৰচত দ্ৰুত বিকাশ সাধন কৰিব পাৰি। এই একে কথা অন্যান্য প্ৰকল্প আৰু আঁচনিৰ ক্ষেত্ৰতো খাটে। মিছন কাৰ্যক্ৰম পদ্ধতিয়ে সংহতভাৱে আৰম্ভ কৰা কেন্দ্ৰ আৰু ৰাজ্যৰ প্ৰকল্পবোৰৰো খুব কম খৰচতে দ্ৰুত উন্নয়ন সাধিব।

এই ধাৰণাটোক আগুৱাই নিয়াৰ ক্ষেত্ৰত আমাক কিহে বাধা দিছে! সময়ে সময়ে পৰীক্ষা-নিৰীক্ষা কৰা সন্তুলিত মাৰ্গ ত্যাগ কৰি ভাৰসাম্য হেৰুৱাব পৰা ৰছীৰে খোজ কাঢ়ি যাব বিচৰাটো বিপদসংকুল যেন লাগে নেকি? নে মিছন কাৰ্যক্ৰম পদ্ধতিলৈ গ'লে দায়িত্ববোধৰ কথা আহি যায়? হয় পৰিণাম দেখুৱাব লাগে নহ'লে পৰিত্যাগ কৰিব লাগে!

২০০১ চনৰ অক্টোবৰ মাহত মই দিল্লীৰ গুৰু গোবিন্দ সিং ইন্দ্ৰপ্ৰস্থ বিশ্ববিদ্যালয়লৈ যোৱাৰ সুবিধা পাইছিলো। তাৰ ছাত্ৰ-ছাত্ৰীৰ মাজত অনুষ্ঠিত হ'বলগীয়া বৈঠকত মোৰ বক্তব্যৰ বিষয় আছিল — 'দায়িত্বশীল ডেকা নাগৰিক'। মই তাতো ভাৰতবৰ্ষক এখন জ্ঞানৱান সমাজ বনোৱাৰ ওপৰত গুৰুত্ব আৰোপ কৰিলো। মোৰ ভাষণৰ পিছতে এজন ছাত্ৰই মোক এটা গুৰুত্বপূৰ্ণ প্ৰশ্ন সুধিলে ঃ 'ভাৰতৰ মানুহে,— বিশেষকৈ শিক্ষিত ভাৰতীয়সকলে আমেৰিকা বা ইউৰোপলৈ গ'লে সকলো ক্ষেত্ৰতে কেনেকৈ উৎকৰ্ষতাৰ সীমা চেৰাই যাব পাৰে — সেই কথাটো আপুনি আমাক ক'ব পাৰিবনে? তালৈ গ'লে তেওঁলোকৰ ধন-সম্পদো বাঢ়ে। কিয়?'

মই ক'লো ঃ 'অলপতে মই চিদানন্দ ৰাজঘট্টই লিখা 'দ্য হৰ্স দেট্ ফ্লিউ' নামৰ কিতাপখন পঢ়িলো। কিতাপখন সেইসকল ভাৰতীয়ৰ ওপৰত লেখা যিসকলে ইনফৰমেশ্যন টেকন'লজী (সূচনা প্ৰৌদ্যোগিকী)ৰ ক্ষেত্ৰত— যাইকে

আমেৰিকালৈ গৈ সফলতা লাভ কৰিছে। যিসকলে উৎকৰ্ষতাৰ সীমা চেৰাই গৈছে সেই মানুহবিলাকৰ গাত মই এটা গুণ লক্ষ্য কৰিছো — সেইটো হ'ল তেওঁলোকে অকলে একো কাম নকৰে। ধৰ্ম বা আন মতভেদ পৰিহাৰ কৰি তেওঁলোকে সহকৰ্মীসকলৰ লগত কাম কৰে। তেওঁলোকে বিপদ-বিঘিনিলৈ মুঠেও ভয় নকৰে! শংকাৰ ভাব মনত ৰাখিয়েইতো তেওঁলোকে বিদেশৰ মাটিত ভৰি দিছিলগৈ!'

মই বি চন্দ্ৰশেখৰক লগ পাই আহিছো। এজন উদ্যোগী হিচাপে তেওঁ ছিলিকন ভেলীত বৃহৎ সাফল্য লাভ কৰিছে। তেওঁ আমাৰ 'মাতৃস্বৰূপা' (Alma Mater) শিক্ষানুষ্ঠান মাদ্ৰাজ ইনষ্টিটিউট অব্ টেকন'লজী মেছাচুছেটচ্‌ৰ বিখ্যাত শিক্ষানুষ্ঠানটোৰ নিচিনাকৈ (যাক সংক্ষেপে এম আই টি বোলা হয়)ত ইণ্টাৰনেট টেকন'লজী চেণ্টাৰ খোলাৰ বাবে উল্লেখযোগ্য বৰঙণি আগবঢ়াইছে। এদিনাখন কি হ'ল — চন্দ্ৰশেখৰে অইন এটা নতুন উদ্যোগ স্থাপন কৰাৰ বাবে তেওঁৰ ১০ হাজাৰ নিযুত ডলাৰ মূল্যৰ কোম্পানীটো বিক্ৰী কৰি দিলে। উদ্যোগ স্থাপনৰ ক্ষেত্ৰত তেওঁ তেনেকুৱা ৰিস্ক কেনেকৈ লয় সেইটো সোধোতে চন্দ্ৰশেখৰে মোক কৈছিল যে তেওঁ তেনে ৰিস্ক ল'বলৈ ভাল পায়। তেওঁ আৰু তেওঁৰ আন আন কোম্পানীবিলাকৰ সফলতাৰ আঁৰত আন এটা কথাও আছে। আচলতে তেওঁলোকৰ মতে অস্তিত্ব নিৰ্ভৰ কৰে কেৱল কাৰ্য সম্পাদনৰ ওপৰত। যিমানে ভাল কাৰ্য সম্পাদন কৰে সিমানে উন্নতিৰ সোপানেদি উধাই গৈ বিত্তবান হয়।

একে লাচতে মোৰ আন এটা অভিজ্ঞতাৰ কথা উনুকিয়াওঁ। বছৰটো আছিল ১৯৫৫। মাদ্ৰাজ ইনষ্টিটিউট অব্ টেকন'লজীত মোৰ এয়ৰ'নটিক্যাল ইঞ্জিনিয়েৰিং পাঠ্যক্ৰমৰ দ্বিতীয় বৰ্ষ। আমাৰ সঞ্চালক আছিল ড° এন শ্ৰীনিবাসন। তেওঁ নিজেও এজন এয়ৰ'নটিক্যাল ইঞ্জিনীয়াৰ। তেখেতৰ তত্ত্বাৱধানতে মই কম উচ্চতাৰ পৰা আক্ৰমণ কৰিব পৰা বিমান এখনৰ আৰ্হি প্ৰস্তুতকৰণৰ প্ৰকল্প এটাত কাম কৰি আছিলো। সাতজনীয়া ছাত্ৰৰ দল এটাক এই কামটোত নিয়োগ কৰা হৈছিল। তাৰ ভিতৰৰে বিবেকানন্দন, মহাবালেশ্বৰ ভাট আৰু মই — এই তিনিজনক প্ৰণালী সমন্বয় (ছিষ্টেম ইণ্টিগ্ৰেশ্যন)ৰ কাম দিয়া হৈছিল। তিনি মাহৰ ভিতৰতে আমাৰ দলটোৱে সকলো যাৱতীয় নক্সাসহ আৰ্হি প্ৰস্তুত কৰাৰ প্ৰতিবেদন দাখিল কৰিব লাগিব। কিন্তু আমাৰ বন্ধুকেইজনৰ পৰা 'ডেটা' (উপাত্ত বা তথ্য-পাতি), নিয়ন্ত্ৰণ

পদ্ধতি আৰু কিছুমান উপ-প্ৰণালীৰ নক্সা আদি অহাত বিলম্ব হ'ল। সেই গতিকে মোৰো নক্সা দাখিল কৰোঁতে দুসপ্তাহ পলম হ'ল।

আগষ্ট মাহৰ আৰ্দ্ৰ সন্ধিয়া এটাত মই ড্ৰয়িং বোৰ্ডত কাম কৰি আছিলো। টেনিছ কোৰ্টলৈ খেলিবলৈ বুলি যাবলৈ আহোতে ড° শ্ৰীনিবাসনে মোৰ কোঠাত ভুমুকি মাৰি মোৰ কাম-কাজ নিৰীক্ষণ কৰিলেহি। মোৰ কাম শেষ হোৱালৈ বহু বাকী থকা বুলি তেওঁ বুজি পালে। তেওঁ মোক ক'লে, 'কালাম! তুমি এই কামটো তিনি দিনৰ ভিতৰতে সাং কৰিব নোৱাৰিলে তোমাৰ জলপানি বন্ধ কৰি দিয়া হ'ব।'

মোৰ বাবে এইটো প্ৰচণ্ড মানসিক আঘাত। জলপানিটোৱেই মোৰ জীৱন-ৰজ্জু। কিয়নো মোৰ দেউতাই মোক মাদ্ৰাজ ইনষ্টিটিউট অব্ টেকন'লজীত লগা বৃহৎ অংকৰ পঢ়া খৰচ যোগাব নোৱাৰে। সেই গতিকে হাতত থকা আটাইখিনি সময় কামত লগাব লাগিব। কামটো শেষ কৰাৰ বাবে তিনি দিনৰ সময় একোৱেই নহয়। মই একে বহাই কাম কৰিব লাগিব। ময়ো তাকে কৰাৰ সিদ্ধান্ত ল'লো। একেৰাহে তিনি ৰাতি মই কলেজৰ বেঞ্চ এখনতে শুইছিলো আৰু কেৱল খাবলৈহে বাহিৰ ওলাইছিলো।

ঠিক তিনি দিনৰ পিছতেই ড° শ্ৰীনিবাসন আহি মোৰ ড্ৰয়িং বোৰ্ডৰ ওচৰত হাজিৰ! মই কৰা কামটোৰ পৰীক্ষা কৰি তেওঁ তাত প্ৰায় এঘণ্টা সময় আছিল। পিছত তেওঁ কৈছিল, 'ঠিক আছে। বৰ ভাল! তুমি কেইসপ্তাহমানৰ কাম মাত্ৰ দুদিনমানৰ ভিতৰতে সম্পাদন কৰিছা।' মই তেওঁৰ পৰা পোৱা এইটো এটা ডাঙৰ শুভেচ্ছা বা প্ৰশংসা।

মই এই কথাটো উপলব্ধি কৰিলো যে বিপৰ্যস্ত হ'লে মানুহৰ মন প্ৰজ্বলিত হৈ উঠে আৰু তেতিয়া কৰ্মশক্তিও বহুগুণে বৃদ্ধি পায়। প্ৰত্যাহ্বানে সুযোগ আনে। এবাৰ এটা কাম নিৰ্বাচন কৰিলে সেই কামটোতে মন-প্ৰাণ নিমজ্জিত কৰিব লাগে। তুমি সফলো হ'ব পাৰা, বিফলো হ'ব পাৰা — সেই শংকা সদায় থাকিব। কিন্তু সিয়ে তোমাৰ গতি প্ৰতিহত কৰিব নালাগে। বিফল হ'লেও তোমাৰ হাতত অভিজ্ঞতা সঞ্চয় হৈছে। ভৱিষ্যতে সিয়েই তোমাৰ কামত আহিব।

মিছন বা অভিযানৰ বাবে তোমাৰ নিজৰ স্থিতি সংকটাপন্ন কৰিও কামটো আৰম্ভ কৰা। হয় সাফল্য লাভ কৰিম নতুবা কামটোৱেই পৰিত্যাগ কৰিম। উদ্যোগ বা কষ্টৰ বাবে নিজক প্ৰস্তুত কৰা। যত্ন আৰু অধ্যৱসায়ৰ গুণত তুমি

সফলতা লাভ কৰিবা। নতুন কিবা এটা কৰিবলৈ গ'লেই তাত শংকা বা ভয় থাকিবই। মুঠ কথা হ'ল, জন্মৰ প্ৰক্ৰিয়াটোৱেই বিপদসংকুল বা শংকাযুক্ত। সেয়ে হ'লেও, সদ্যোজাত কেঁচুৱাই শ্বাস-প্ৰশ্বাস ল'বলৈ ধৰিছে .... জীৱনৰ স্পন্দন চলিব লাগিছে, লগতে সকলো আশা-আকাংক্ষাও। সাফল্যৰ চিন্তাৰে উশাহ-নিশাহ লোৱা, দেখিবা— সফলতা আহিবই।

**সাৰাংশ ঃ**

উন্নয়নৰ পথটো উদ্দেশ্যধৰ্মী কাৰ্যৰ মাজেদি যোৱা। ঘাইকৈ তৰুণ প্ৰজন্মক সঠিকভাৱে পৰিচালিত কৰিব লাগিব— যাতে তেওঁলোকৰ জীৱনে সঠিক পথৰ সন্ধান পায়। তেওঁলোকৰ সৃষ্টিধৰ্মিতাক জাতিষ্কাৰ হ'বলৈ দিব লাগে। তাৰ বাবে কিছুমান শৈক্ষিক সংস্কাৰ সধা প্ৰয়োজন।

উন্নয়নৰ পদক্ষেপ ত্বৰান্বিত কৰাৰ বাবে প্ৰমুখ ক্ষেত্ৰবিলাকত কেন্দ্ৰ আৰু ৰাজ্য উভয়ে সুসমন্বিত প্ৰচেষ্টা বা উদ্যোগ হাতত ল'ব লাগিব। তাৰ উপৰি বিভিন্ন ক্ষেত্ৰ আৰু সংগঠনতো ঐক্যবদ্ধ প্ৰচেষ্টা আৰু মিছন পদ্ধতি প্ৰয়োগ কৰিব লাগিব। মানসিকতাৰ সলনি কৰি বাস্তৱধৰ্মী পদক্ষেপ দিয়াৰ বাবে আগ্ৰহ প্ৰদৰ্শন কৰিব লাগিব। তেতিয়া সফলতা লাভ অনিবাৰ্য।

ন ৱ ম অ ধ্যা য়

# মোৰ দেশবাসীৰ প্ৰতি

'মনটো হয় য'ত নিৰ্ভীক
আৰু শিৰ উন্নত
জ্ঞান য'ত অবাধ মুক্ত
পৃথিৱীখন য'ত খণ্ড-বিখণ্ড হোৱা নাই ...
হে মোৰ পিতৃদেৱতা!
মোৰ দেশমাতৃক জাগ্ৰত কৰা।'

— **ৰবীন্দ্ৰনাথ ঠাকুৰ**

এই সমগ্ৰ গ্ৰন্থখনত মই কল্পনা বা মনন শক্তিৰ কথাকে কৈ আহিছো। ই উদ্ভাৱনী প্ৰক্ৰিয়াৰ মৰ্মস্থলত থাকে আৰু ইয়েই জীৱনৰ সাৰ বা মৰ্ম। এনে এক শক্তিৰ সৈতে ইয়াৰ সংস্পৰ্শ যে ই আমাৰ হেঁপেহুৱা বা বাসনাৰ বস্তুটোৰ ফালে আমাক অহৰহ আকৰ্ষণ কৰি থাকে। এয়াই সেই শক্তি যি বিজেতা আৰু বিজিতৰ মাজৰ পাৰ্থক্য সূচীত কৰে। আগন্তুক বিশ বছৰৰ ভিতৰত এখন সাক্ষৰ আৰু দাৰিদ্ৰ্যমুক্ত ভাৰতবৰ্ষৰ মুখ দেখাটোৱে মোৰ একমাত্ৰ বাসনা। মহান নেতাসকলৰ দ্বাৰা শাসিত এখন ভাৰতবৰ্ষৰ মই স্বপ্ন দেখিছোঁ। মই এনে এক ব্যৱস্থাৰ সপোন দেখিছোঁ য'ত বিজ্ঞানী আৰু প্ৰযুক্তিবিদসকলৰ কাম-কাজ সৰ্বসাধাৰণ মানুহৰ জীৱনৰ সৈতে সম্পৰ্কিত লক্ষ্যৰ পিনে ধাৱমান বিশেষ অভিযানত কেন্দ্ৰীভূত হ'ব পাৰে। মোৰ এই সপোন কেনেকৈ ফলৱতী কৰিব পাৰিম?

এটা কথা উপলব্ধি কৰা দৰকাৰ যে সংগঠনৰ নিয়ন্ত্ৰক ব্যক্তিবোৰতকৈ যিদৰে সংগঠনসমূহ শ্ৰেষ্ঠ ঠিক তেনেদৰে অভিযানবোৰ সদায় সংগঠনবোৰতকৈ উৰ্দ্ধত। অভিযানৰ বাবে প্ৰচেষ্টা মূল কথা আৰু মনটোৱে উদ্দেশ্য উপলব্ধ কৰাত সহায় কৰে। এই দৃষ্টিৰে বিচাৰ কৰি ভাবি চাওক কোনটো বিভাগ বা মন্ত্ৰালয়ে মানুহক মংগল গ্ৰহলৈ লৈ গৈ তাত বসতি স্থাপন কৰিব? সংহত প্ৰচেষ্টা অবিহনে দুই লাখ মেগাৱাট বিজুলী শক্তি থাৰ্মেল, জলবিদ্যুৎ, পৰমাণু আৰু নন্-কন্‌ভেনশ্যনেল সংস্থাৰ মাজত বিচ্ছিন্ন প্ৰচেষ্টাৰে উৎপাদন কৰিব পৰা যাবনে? কৃষি বিজ্ঞানী, জৈব প্ৰৌদ্যোগিকীবিদ আৰু জলসিঞ্চন বিশেষজ্ঞ — এইবিলাকে যুটীয়াভাৱে কাম নকৰিলে দ্বিতীয় এটা সেউজ বিপ্লৱ হ'ব পাৰিবনে? চিকিৎসালয়ত নিদান বা বেমাৰ চিনাক্ত কৰাৰ উপযুক্ত সুবিধা নাথাকিলে আৰু সহজলভ্য দৰৱ-জাতি সাধাৰণ মানুহে নাপালে আমাৰ জৈব প্ৰৌদ্যোগিকী প্ৰয়োগশালা আৰু চিকিৎসা পৰিষদবোৰে এটাই আনটোৰ অস্তিত্ব বৰ্তাই ৰখাৰ বাবে চেষ্টা কৰিব লাগিব — কিন্তু নিজ অস্তিত্বৰ কোনো উদ্দেশ্য পূৰণ নকৰে। আটাইতকৈ উন্নত চিকিৎসাৰ সুবিধা সঠিক ঠাইত, উচিত মূল্যত সাধাৰণ মানুহৰ বাবে সহজলভ্য কৰাটোৱেই মুখ্য উদ্দেশ্য।

মই মোৰ নিজৰ অভিজ্ঞতাবোৰকে কৈছো — যি অভিজ্ঞতাই মোক অন্তৰ্দৃষ্টিয়ে সৃষ্টি কৰা শক্তিৰ ক্ষেত্ৰৰ প্ৰতি সচেতন কৰিছে। এইটো তোমাৰ অভ্যন্তৰৰ গভীৰতাৰ পৰা উদ্ভূত হোৱা শক্তি। উৎকৰ্ষতাৰ পিনে কৰা গতিৰ এই শক্তিয়েই মূল বুনিয়াদ। স্বাধীনতাৰ সময়ত আমি এই শক্তি প্ৰত্যক্ষ কৰিছো। প্ৰত্যাহ্বানৰ মুখামুখি হ'বলৈ গৈ মই বহুবাৰ এই শক্তিৰ দ্বাৰা প্ৰভাৱিত হৈছো। প্ৰাক-স্বাধীন ভাৰতবৰ্ষত চাৰিওফালে ই প্ৰতিধ্বনিত হৈছিল। মহাপ্ৰতাপী সাম্ৰাজ্যকো বশ কৰাত ই আমাক সহায় কৰিছিল।

ইংৰাজ শাসকসকলে মনে প্ৰাণে বিচৰা নাছিল যদিও জামছেদজী নুছেৰৱানজী টাটাই ভাৰতবৰ্ষত ষ্টীল উদ্যোগ স্থাপন কৰিছিল। আচাৰ্য পী চি ৰয়ে ৰসায়ন আৰু ভেষজ উদ্যোগৰ প্ৰতিপালন কৰিছিল। আমি বহুতো ডাঙৰ ডাঙৰ অনুষ্ঠান-প্ৰতিষ্ঠানৰ জন্ম দেখিছো; যেনে — জে এন টাটাই আৰম্ভ কৰা ভাৰতীয় বিজ্ঞান প্ৰতিষ্ঠান, পণ্ডিত মদন মোহন মালব্যই প্ৰতিষ্ঠা কৰা বেনাৰস হিন্দু বিশ্ববিদ্যালয় আৰু ছাৰ চৈয়দ আহমদ খান চাহাবে প্ৰতিষ্ঠা কৰা আলীগড় মুছলিম বিশ্ববিদ্যালয়। কিছুমান প্ৰগতিশীল মহাৰাজায়ো বিশ্ববিদ্যালয় প্ৰতিষ্ঠা কৰিছিল, যেনে — বৰোদা বিশ্ববিদ্যালয়, মহীশূৰ বিশ্ববিদ্যালয় আৰু ওচমানিয়া বিশ্ববিদ্যালয়। এনেকুৱা অলেখ উদাহৰণ আছে। এই আটাইবোৰৰ ক্ষেত্ৰত এটা প্ৰেৰণা-শক্তিয়েই কাম কৰিছিল। সেইটো হ'ল — সমগ্ৰ পৃথিৱীয়ে ভাৰতবৰ্ষৰ উত্থান প্ৰত্যক্ষ কৰক আৰু গোটেই পৃথিৱীকে এইটো দেখুৱাই দিয়া যে 'ভাৰতেও কিবাকিবি কৰিব পাৰে'।

আমি সেই কাৰ্য অব্যাহত ৰাখিব পৰা অৱস্থাত আছোনে? এনে উদ্যোগৰ শক্তি পুনৰুদ্দীপ্ত কৰিব পাৰিমনে? ভাৰতৰ মাটিতে আৰ্হি বনাই ইয়াতে নিৰ্মাণ কৰা গাড়ী কোনোবা দিনা ফ্ৰেংকফুৰ্ট নাইবা ছিউলৰ ৰাস্তাত চলি থকা কোনোবা দিনা আমি দেখিবলৈ পামনে? নহ'লেবা, ভাৰতবৰ্ষৰ উপগ্ৰহ প্ৰক্ষেপণ যানক কোনোবাদিনা অইন দেশৰ সঞ্চাৰ, বতৰ আৰু দূৰসংবেদী উপগ্ৰহক তাৰ কক্ষত স্থাপন কৰাটো সম্ভৱ হ'বনে? অথবা আমেৰিকা যুক্তৰাষ্ট্ৰ, জাপান আৰু চীনৰ বাবে ভাৰতে বিদ্যুৎ শক্তি উৎপাদন কেন্দ্ৰ স্থাপন কৰা দেখা পামনে? ক্ষুদ্ৰ লক্ষ্য সাধনৰ এই ধাৰা চলি থাকিলে কিন্তু সেই সম্ভাৱনা সুদূৰপৰাহত হৈয়ে থাকিব।

সম্প্ৰতি ছফট্‌ৱেৰৰ ক্ষেত্ৰত আমি সুন্দৰ উন্নতি হোৱা দেখিছো। কিন্তু প্ৰায় আটাইখিনি হাৰ্ডৱেৰ আমদানি কৰিবলগা হৈ আছে। সেই ক্ষেত্ৰতো আমি আগবাঢ়িব পাৰিমনে? ভাৰতবৰ্ষই এনে এক অপাৰেটিং ছিষ্টেমৰ আৰ্হি প্ৰস্তুত

কৰিব পাৰিবনে যিটো কম্পিউটাৰ জগতৰ অতি চিনাকি নাম হৈ পৰে? লৌহ খনিজ আৰু এলুমিনিয়ামৰ দৰে সামান্য মূল্যৰ কেঁচামালহে আমি ৰপ্তানী কৰো। আমি এইবোৰৰ পৰা এনে কিছুমান সামগ্ৰী বনাব নোৱাৰোনে যিবোৰে আন্তৰ্জাতিক বজাৰ লাভ কৰিব পাৰে? আমাৰ ইয়াত ৰক্ষা উৎপাদনৰ শ শ উদ্যোগ আছে — কিন্তু কি কাৰণে আমাৰ দেশখনে যুদ্ধ টেংক, ক্ষেপণাস্ত্ৰ, বিমান, বন্দুক আৰু অন্যান্য প্ৰতিৰক্ষা সা-সঁজুলি নিৰ্মাণ কৰি বিক্ৰী নকৰে? মানৱ শক্তি আৰু বুনিয়াদী সংৰচনাৰ দিশৰ পৰা আমাৰ সৰ্বাধিক যোগ্যতা আছে। তেনেহ'লে আমাৰ কি নাই?

এনে ধৰণৰ প্ৰত্যাহ্বান গ্ৰহণ কৰাৰ ক্ষেত্ৰত আমাক কিহেনো বাধা দিয়ে সেই বিষয়ে আমি চিন্তা-চৰ্চা কৰিব লাগে। এক সুসমন্বিত কৰ্মযোজনা বনোৱাৰ বাবে আমি বিভিন্ন মন্ত্ৰালয়ৰ উপৰি উদ্যোগ আৰু অনুষ্ঠান-প্ৰতিষ্ঠানৰ ব্যক্তিগত স্বাৰ্থ পৰিহাৰ কৰি কেনেদৰে আমাৰ কাম-কাজ চলোৱা পদ্ধতিত নতুন গতি বা মাত্ৰা দিব পাৰো তাৰ বিচাৰ-বিশ্লেষণ কৰিব লাগিব। দেশপ্ৰেম আমাৰ মূল প্ৰেৰণাশক্তি হোৱা উচিত। সমগ্ৰ দেশে অংশীদাৰ হ'ব পৰা আমাৰ এক অন্তৰ্দৃষ্টি থাকিব লাগিব।

উন্নয়নৰ দৌৰত দেশৰ কিছুমান ৰাজ্যই তুলনামূলকভাৱে বহু বেছি ভাল কৰি আছে। প্ৰতিভাশালী যুৱ উদ্যোগীবিলাকে ৰাষ্ট্ৰীয় প্ৰযুক্তিবিদ্যাক বহুত শক্তিশালী কৰিছে। সম্প্ৰতি বাংগালোৰ, চেন্নাই, মুম্বাই, দিল্লী আৰু হায়দৰাবাদ আদি চহৰবিলাক ব্যৱসায়িক কাম-কাজৰ ঘাটি হৈ পৰিছে। কিন্তু যদিও সূচনা প্ৰৌদ্যোগিকীৰ (ইনফৰমেশ্যন টেকন'লজী) ক্ষেত্ৰসমূহ বিশেষ সাফল্যৰ ক্ষেত্ৰ হৈ উঠিছে আৰু সি মূলধনৰ বিনিয়োগ বা পুঁজি আনিছে তথাপি সামগ্ৰিক উন্নতিৰ হাৰ পৰ্যাপ্ত নহয়। সূচনা প্ৰৌদ্যোগিকী ক্ষেত্ৰক এক অভিযান হিচাপে ধৰিলেও মানৱ শক্তিয়েই আটাইতকৈ বেছি প্ৰয়োজনীয়। নগৰ-চহৰৰ পৰা দূৰৈত যিবিলাক থাকে তেওঁবিলাকৰ বাবেও উচ্চ শিক্ষা সহজলভ্য হ'ব লাগিব যাতে তেওঁলোকেও প্ৰতিভাৱানবিলাকৰ লগত সমানে খোজ দিব পাৰে। আৰু এই কাম দ্ৰুতগতিত হ'ব লাগিব।

মই উত্তৰ পূৰ্বাঞ্চলৰ ৰাজ্যসমূহ (ত্ৰিপুৰা আৰু অসম) আৰু ঝাৰখণ্ড ভ্ৰমণ কৰিবলৈ যাওঁতে এতিয়াও সদ্ব্যৱহাৰ নোহোৱা সম্ভাৱনীয়তাবোৰ মোৰ চকুত পৰিছিল। ত্ৰিপুৰাৰ অৰ্থনীতি ঘাইকৈ অৰণ্যৰ উৎপাদন আৰু বাঁহ খেতিৰ ওপৰত নিৰ্ভৰশীল। এই দেশখন খনিজ সম্পদ আৰু প্ৰাকৃতিক গেছত চহকী। কিন্তু পৰিবহণ ব্যৱস্থা অত্যন্ত শোচনীয়। তাত ভ্ৰমণ কৰা, সংস্পৰ্শ গঢ়ি তোলা

আৰু ব্যৱসায় চলোৱাটো বৰ কঠিন। এটা বিচ্ছিন্ন অৱস্থা। ঝাৰখণ্ডতো প্রচুৰ খনিজ সম্পদ আছে। তাৰ উপৰি ৰাজ্যখন বনজ সম্পদ আৰু কুটিৰ শিল্পৰ দ্রব্যৰে সমৃদ্ধিশালী। কিন্তু সেই আটাইবোৰৰ বিকাশ সাধন কৰাটো প্রয়োজনীয়। অসমতো সম্পদৰ ন্যূনতা নাই। দেশখনৰ শৈক্ষিক বুনিয়াদো বেছ ভাল। উন্নয়নশীল অর্থনীতিৰ বাবে প্রয়োজনীয় আটাইবোৰ উপাদান আছে। কিন্তু তাত কেউফালে বিদ্রোহ আৰু মানুহৰ মাজত অশান্তি। একমাত্র লক্ষ্য অভিমুখী অভিযানেহে মানুহৰ মাজত সংহতি আনিব পাৰিব।

তামিলনাডু, অন্ধ্রপ্রদেশ, পঞ্জাব আৰু কর্ণাটিক — এই ৰাজ্যকেইখনলৈ গৈ মোৰ এটা উপলব্ধি হৈছিল। সেইবোৰ ৰাজ্যৰ শিক্ষা আৰু স্বাস্থ্যৰ উন্নতিৰ বাবে উন্নয়নৰ শিতানৰ ধন প্রণালীবদ্ধ কৰাৰ প্রচেষ্টা হাতত ল'ব পাৰিলে বহুত বেছি সফলতা আহিব। এইকেইখন আৰু আন কেইখনমান ৰাজ্য অর্থনৈতিক বিকাশৰ প্রকৃষ্ট উদাহৰণ হ'ব পাৰে।

আমাৰ বৌদ্ধিক মঞ্চ, ৰাজনৈতিক মঞ্চ, শৈক্ষিক অনুষ্ঠানসমূহ আৰু চেম্বার্ছ অব কমার্চ — এইবোৰত কেৱল আলোচনা-বিলোচনা আৰু বাদানুবাদৰ পয়োভৰহে বেছি। প্রকৃতার্থত তাত হুলস্থুল বেছি। অন্তহীন তর্ক, যুক্তি, অনুমান, আৰু তত্ত্বৰ চর্চা হয়, তথাপিও উন্নতিৰ লেশমানো নহয়। সি যি কি নহওক, পৰিষদৰ কক্ষ আৰু টেকন'লজী সন্মিলনবিলাকতো এখন উন্নত ভাৰতবর্ষ — এই বিষয়টো আলোচিত নহয়। মই আশা কৰোঁ — আমি সকলো স্তৰৰ অনুষ্ঠান-প্রতিষ্ঠান, ৰাজনৈতিক দল, উদ্যোগ, বিভিন্ন জাতি-উপজাতি, পৰিয়াল আৰু ব্যক্তি লগ হৈ এই কথাটোৰ দায়িত্ব ল'ব লাগে যে আমাৰ এই পৰিস্থিতিত কি ভাল কি বেয়া, আমাৰ কি আছে আৰু কি নাই! ইয়াৰ অর্থ এইটোৱে হ'ব যে আমি যি পৰিৱেশ বা পৰিস্থিতিত আছো তাৰ বাবে আনক দোষ দিব নোৱাৰিম। দায়িত্ব লোৱা মানেই নিজৰ যোগ্যতাৰ সম্পূর্ণ সদ্ব্যৱহাৰ কৰাৰ মানসিকতা বা ইচ্ছা। ই আমাক কষ্টৰ বিনিময়ত লাভ কৰা ফল উপভোগ কৰাৰ বাবে উপযুক্ত কৰি তুলিব।

এই কিতাপখনৰ মাজেদি মই এইটোকে ক'বলৈ গৈছো যে আমি আমাৰ উচ্চতৰ আত্মাৰ বিষয়ে সজাগ হ'ব লাগিব আৰু নিজকে উন্নত ৰাষ্ট্ৰ এখনৰ নাগৰিক হিচাপে জ্ঞান কৰিব লাগিব। আমাৰ এক সুমহান সভ্যতা আছে আৰু ইয়াতে জন্মা আমাৰ প্রতিজন মানুহে এই মহান সভ্যতাৰ জ্ঞানৰ ওপৰত ভৰসা ৰাখিব লাগিব। এই ভৱ-সংসাৰ আৰু আমাৰ মাজত যে কোনো অৱৰোধ নাই আৰু এই সংসাৰখনৰ ৰূপ-ৰং আমাৰ অভ্যন্তৰত থকা সংসাৰখনৰ

সৈতে একে— সেই কথাটোকে আমাৰ প্ৰাচীন ধৰ্মপুথিবিলাকেও সূচায়। এই বিশ্ব-চৰাচৰৰ সংগীতৰ মূৰ্ছনাৰ সৈতে সমন্বয় ৰক্ষা কৰাটো তোমাৰ নিজৰ ওপৰতে নিৰ্ভৰ কৰে।

এইখিনিতে মই আৰু কেইটামান প্ৰসংগৰ অৱতাৰণা কৰিব বিচাৰিছো।

দেশৰ মানুহৰ অভাব-অভিযোগ যিকোনো বিষয়তকৈ উৰ্দ্ধত আৰু আন যি কোনো কথাতকৈ বেছি গুৰুত্বপূৰ্ণ। সংসদৰ ধৰ্ম হ'ল — ই আমাৰ নিজৰ ৰাষ্ট্ৰীয়তাৰ অস্তিত্বৰ দৃষ্টি আগত ৰাখি মহত্ত্বপূৰ্ণ বিচাৰ্য বিষয় লৈ জীৱন্ত আৰু সক্ৰিয় হৈ থাকিব লাগিব। নিঃকিন দান হিচাপে আমি স্বাধীনতা পোৱা নাই। স্বাধীনতাৰ প্ৰথম ৰেঙণিৰ বাবে সমগ্ৰ দেশখনে কেইবাদশক ধৰি সংগ্ৰাম কৰিছিল। সেইবাবে যি কোনো ত্যাগৰ বিনিময়ত আমি ইয়াক ৰক্ষা কৰিব লাগিব। বিজ্ঞান, শিক্ষা, উদ্যোগ প্ৰভৃতি সকলো স্তৰতে উৎকৃষ্ট নেতাবোৰ আছিল। অনধিকাৰ প্ৰৱেশকাৰী আৰু সিবিলাকৰ সহযোগীবিলাকৰ হাতৰ পৰা স্বাধীনতা ৰক্ষা কৰাটো আমাৰ প্ৰধান কৰ্তব্য। সেইটো আমাৰ পছন্দ আৰু সুযোগৰ কথা হ'বই নোৱাৰে। কোনো মতাদৰ্শ দেশৰ নিৰাপত্তা আৰু সমৃদ্ধিৰ উৰ্দ্ধত নহয়। কোনো কাৰ্যসূচীয়েই দেশৰ মানুহৰ সমন্বয়তকৈ বেছি গুৰুত্বপূৰ্ণ হ'ব নোৱাৰে।

দেশৰ ছাত্ৰসকলে ভাৰতবৰ্ষক এখন উন্নত দেশত পৰিণত কৰাৰ বাবে কঁকালত টঙালি বান্ধিব লাগিব। নিজৰ প্ৰজ্ঞাক উদ্দীপ্ত কৰা আৰু উচ্চ চিন্তা কৰাইক।

এবাৰ শিক্ষক এজনে কৈছিল, 'মোক এটি পাঁচ বছৰ বয়সৰ শিশু দিয়া। সাত বছৰ পিছত কোনো ভগৱান বা চয়তানে সেই শিশুটি সলনি কৰিব নোৱাৰিব।' সকলো শিক্ষক এনে গুৰু হ'বনে?

সাধাৰণ মানুহ আৰু ৰাজনৈতিক নেতাবোৰৰ মাজত সংসৰ্গ গঢ়ি তোলাত প্ৰশাসকবিলাকে ডাঙৰ সুবিধা পায়। তেওঁলোকে লোৱা সিদ্ধান্তবোৰ সদায় মানুহৰ মংগলকামী হ'ব লাগে। মোৰ বিশ্বাস যে ক্ষমতাপ্ৰাপ্ত জিলাৰ সমাহৰ্তাবিলাকৰ দৰে কাৰ্যবাহী বা অধিকাৰীবিলাকে ৰূপান্তৰ ঘটোৱাত সহায়ক হ'ব পাৰে। কেন্দ্ৰ আৰু ৰাজ্যৰ সংহত পুঁজি অভিযান-প্ৰেৰিত কাৰ্যক্ৰমৰ বাবে প্ৰয়োগ কৰিব লাগে।

স্বাধীনতাৰ পঞ্চাশ বছৰৰ পিছতো বৈজ্ঞানিক প্ৰচেষ্টাৰ লাভ যি হাৰত মানুহে পাব লাগিছিল সেই হাৰত পোৱা নাই। বিজ্ঞান আৰু কাৰিকৰী অগ্ৰগতিবোৰ গ্ৰাম্য জীৱনৰ ৰূপান্তৰ সাধিবলৈ বিস্তৰভাৱে প্ৰয়োগ কৰা হৈছে।

বিশ্ব বাণিজ্য সংস্থা (ডব্লিউ টি অ'), বহুৰাষ্ট্ৰীয় সংস্থা বা চীন, যিয়েই নকৰক

কিয়, গোলকীয় প্রতিযোগিতা আৰম্ভ হৈ গৈছে। উদ্যোগপতিসকলৰ মতে, উচ্চ কাৰ্য সম্পাদন আৰু ব্যয় সাৰ্থক উৎপাদনৰ লগত কৰা প্ৰতিযোগিতাৰ ফলত উদ্যোগৰ বিকাশ হ'ব। প্ৰতিযোগিতামূলক গুণ আৰু উদ্ভাৱন — এই দুটা ঔদ্যোগিক বিকাশৰ স্তম্ভ। উদ্যোগসমূহে একেলগে কাম কৰি বৰ্তমানৰ ধাৰাটো সম্পূৰ্ণ ওলোটাই বহুৰাষ্ট্ৰীয় সংস্থাৰ জন্ম দিব পাৰে।

নিজৰ উদ্ভাৱনী শক্তিৰ জৰিয়তে সূচনা প্ৰৌদ্যোগিকী গোষ্ঠীয়ে ভাৰতক পৃথিৱীৰ ভিতৰতে এক উচ্চ স্থান দিছে। সূচনা প্ৰৌদ্যোগিকীৰ ক্ষেত্ৰত বৰ্তমান ভাৰতবৰ্ষও এখন প্ৰতিযোগী ৰাষ্ট্ৰ। এই সূচনা প্ৰৌদ্যোগিকীৰ প্ৰয়োগ স্বাস্থ্যৰক্ষা, দূৰ-চিকিৎসাৰ বাবে আৰু নিৰক্ষৰতা দূৰীকৰণ, যোগ্যতা বৃদ্ধি আৰু ই-আমোল বা শাসন আৰু দূৰ-শিক্ষাৰ বাবে হ'ব লাগিব। ইনফৰমেচন টেকন'লজীক সংযোগ মাধ্যম বনাই ৰাষ্ট্ৰক জ্ঞানৱান সমাজলৈ ৰূপান্তৰিত কৰিব লাগে।

অৱশেষত ইয়াকে কওঁ যে কৃষকসকলে গাৰ ঘাম মাটিত পেলাই আমাৰ দেশখনক অতিৰিক্ত খাদ্য দিছে। কৃষি খণ্ডত দুটা ঘটনা ঘটাৰ সময় আহি পৰিছে। প্ৰথমটো হ'ল — সকলো কৃষি উৎপাদিত দ্ৰব্যৰ মূল্য বৃদ্ধি কৰা। দ্বিতীয়টো — কৃষি সামগ্ৰীৰ মানদণ্ড উন্নত কৰি বিশ্বৰ বজাৰত প্ৰতিযোগিতা কৰিব লাগিব। সৰ্বোপৰি, বিপণন এটা উল্লেখযোগ্য ব্যৱসায়িক সাধন। এই উদ্দেশ্যে আমি এটা নতুন গাঁথনিৰ সৃষ্টি কৰিব লাগিব। এইবোৰ ব্যৱস্থাই কৃষকবিলাকক কিছু সকাহ দিব পাৰিব।

হে পৰমপিতা পৰমেশ্বৰ! মোৰ দেশৰ মানুহক পৰিশ্ৰম কৰিবলৈ শক্তি দিয়া! তেওঁলোকৰ শ্ৰমে আৰু বহুতো অগ্নিৰ জন্ম দিয়ক যিয়ে অন্যায়-অধৰ্মক সমূলঞ্চে ধ্বংস কৰিব পাৰে! মোৰ দেশে শান্তি আৰু সমৃদ্ধি লাভ কৰক! মানুহবোৰে মিলাপ্ৰীতিৰে বাস কৰক! হে ঈশ্বৰ! ভাৰতবৰ্ষৰ এজন গৰ্বিত নাগৰিক হিচাপে মোক ধূলিৰ লগত মিলি যাবলৈ দিয়া যাতে আকৌ এবাৰ জনম লৈ ইয়াৰ যশোগীত গাই আনন্দ কৰিব পাৰো!

# উপসংহাৰ

গ্ৰন্থখনৰ সুন্দৰভাৱে কেনেকৈ মোখনি মৰা যায় মই সেইটোকে ভাবি আছিলো। এনেতে 'ইণ্টাৰনেট'ত পঢ়া কাহিনী এটাৰ কথা মনত পৰি গ'ল। কাহিনীটো হ'ল মাতৃগৰ্ভত দুটি বাঢ়ন্ত শিশু— 'অহং' (ego) আৰু 'আত্মা' (spirit)ৰ মাজত হোৱা কথোপকথন।

আত্মাই অহংক কৈছে, 'মই জানো, তুমি এই কথাটো মানি ল'বলৈ টান পাবা। কিন্তু মই বিশ্বাস কৰো যে জন্মৰ পিছত জীৱন আছে।'

সেই কথা শুনি অহংৱে উত্তৰ দিলে, 'মূৰ্খৰ দৰে কথা নক'বা। তোমাৰ চৌপাশে এবাৰ চাই লোৱা। যি আছে ইয়াতেই আছে। এই বাস্তৱ সত্যৰ উপৰি আন কিবা থকা বুলি তুমি কিয় সদায় ভাবি থাকা? এই জীৱনতে তোমাৰ ভাগ্যক স্বীকাৰ কৰি লোৱা।'

এক লহমাৰ বাবে আত্মা নীৰৱে থাকিল। কিন্তু বেছি সময় মনে মনে নাথাকিল। 'অহং, এতিয়া খং নকৰিবা। কিন্তু ময়ো বিশ্বাস কৰো যে এগৰাকী মাতৃ আছে।'

অহংৱে হাঁহি দিলে, 'মাতৃ এগৰাকী! তুমি সেইটো কথা কেনেকৈ ক'ব পাৰিলা? তুমি কোনোদিনে মাতৃক দেখা নাই! মাতৃনো কি তাকো নাজানা। তেনেহ'লে ইয়াতে যি আছে সেয়াই সকলো বুলি তুমি মানি নোলোৱা কেলেই? ইয়াতে তুমি অকলে মোৰ লগতে আছা! এইটোহে তোমাৰ বাবে বাস্তৱতা।'

আত্মাই অনুনয়ৰ সুৰত ক'লে, 'অহং! অনুগ্ৰহ কৰি মোৰ কথা শুনাচোন। এই যে আমি দুয়োটাই অনবৰতে এটা হেঁচা অনুভৱ কৰি আছো সেইটো কি? মাজে মাজে আমাৰ আৰাম নষ্ট কৰি দিয়া সেই কম্পনবোৰনো কি? আমি বাঢ়ি আহি থকা অৱস্থাত চেপি-খুন্দি টেঁপা খুওৱাৰ দৰে কষ্ট অনুভৱ কৰো, সেইবোৰ কি? মই ভাবো, অতি সোনকালে আমি এক নতুন জীৱন লাভ কৰিম আৰু আলোক দেখিবলৈ পাম।'

অহংৱে উত্তৰ দিলে, 'তুমি কোনোদিনে পোহৰ দেখিবলৈ পোৱা নাই। সেইটোনো

কেনে বস্তু তুমি কেনেকৈ জানিবা? দৰাচলতে এই চেপা-খুন্দা আৰু এন্ধাৰেই আমাৰ জীৱন।'

আত্মাই অহঙক আৰু বেছি বিৰক্ত নকৰো বুলি ভাবিছিল যদিও শেষবাৰৰ বাবে এটা চেষ্টা কৰি চোৱাৰ ইচ্ছা সম্বৰণ কৰিব নোৱাৰিলে। তেওঁ ক'লে, 'অহং! চোৱা, মই তোমাক আৰু জ্বালাতন নকৰো। কিন্তু মোৰ পূৰা বিশ্বাস যে এদিন আমাৰ এই সকলো দুখ-কষ্টৰ অৱসান ঘটিব আৰু আমি পোহৰ দেখিবলৈ পামহঁক! তাৰ উপৰি আমি মাতৃদেৱীক লগ পোৱাৰ সুখ-আনন্দও লাভ কৰিম।'

তাৰ উত্তৰত অহঙে কৈছিল যে আত্মা নিশ্চয় পাগল হৈছে।

এই গ্ৰন্থখনৰ মাধ্যমেদি মই দেশবাসীসকলক ইয়াকে ক'ব খুজিছো যে আমাৰ দেশে স্বাধীনতা লাভ কৰাৰ পিছত যোৱা পঞ্চাশ বছৰে তেওঁলোকে যিখিনি পাইছে তাতেই তেওঁলোক সন্তুষ্ট হ'ব নালাগিব। কিতাপখনৰ কাম শেষ কৰি আনিছো — এনেতে কোনোবা এজনে গুৰুত্বপূৰ্ণ কথা এটাৰ অৱতাৰণা কৰিলে। চেন্নাইৰ প্ৰেছিডেন্সী মহাবিদ্যালয়ত অনুষ্ঠিত এখন জনসভাত 'প্ৰত্যেক ৰাষ্ট্ৰৰ অন্তৰ্দৃষ্টি বা ভৱিষ্যৎ পৰিকল্পনা থাকিবই লাগিব' শীৰ্ষক বিষয়ৰ ওপৰত প্ৰায় ডেৰ হেজাৰ ছাত্ৰ-ছাত্ৰীক সম্বোধি ভাষণ দিওঁতে মোক জাউৰিয়ে জাউৰিয়ে প্ৰশ্ন সোধা হৈছিল। বিদ্যাৰ্থীসকলে মোক ৰাষ্ট্ৰীয় বিকাশ, ৰাজনৈতিক নেতৃত্ব, বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ অৱদান, শিক্ষা আৰু শিকাৰ পদ্ধতি আৰু আন কিছুমান বিষয় সম্পৰ্কীয় প্ৰশ্ন সুধিছিল। বৈঠকৰ শেষত মই সভাকক্ষৰ পৰা ওলাই আহি দেখো — আনন্দোজ্জ্বল চকু-মুখৰ ছাত্ৰৰ জুম এটাই মোৰ সৈতে কৰমৰ্দন কৰিবলৈ বাহিৰত বৈ আছিল। সিহঁতে মোৰ ওচৰ চপাৰ বাবে হেতা-ওপৰা লগালে। বাগি দি মই তাৰ পৰা গুচি আহিব খুজিছিলো যদিও হঠাতে এজন ছাত্ৰই জুমটোৰ মাজেদি বিৰ ফালি আগুৱাই আহিল আৰু শোঁতমোচ খোৱা কাগজ এটুকুৰা মোৰ হাতত দিলেহি। কাগজটুকুৰা মই জেপত থৈ দিছিলো। গাড়ীত উঠাৰ পিছত সেই টুকুৰাটো পঢ়ি চালো। প্ৰেছিডেন্সী মহাবিদ্যালয়ত প্ৰাণীবিজ্ঞান বিষয়ত এম ফিল কৰি থকা টি. শ্ৰৱণন নামৰ ছাত্ৰজনৰ দ্বাৰা প্ৰেৰিত বাৰ্তাটোৰ বিচক্ষণতা দেখি মোৰ মনটো উল্লসিত হ'ল। মই আটাইকে এই বাৰ্তাটোৰ সোৱাদৰ ভাগ দিব খোজো।

চিঠিখনৰ কথাখিনি ইয়াত তুলি দিয়া হ'ল ঃ

'প্ৰিয় মহাশয়,

'এজোপা বটগছৰ শক্তি আৰু সেই গছজোপাৰ বীজ বা গুটিবোৰৰ শক্তি একে সমান। এক ধৰণে, আপুনি আৰু মই — আমি দুয়োটাও একে

সমান। কিন্তু আমি দুয়ো ভিন ভিন ঠাঁচত আমাৰ প্ৰতিভা প্ৰদৰ্শন কৰো। বীজসমূহৰ মাত্ৰ কেইটামানৰ পৰাহে বটগছ একোজোপা গজি বাঢ়ি আহে, বাকীবোৰ বীজ মৰি যায়। কেতিয়াবা আকৌ কিছুমান পৰিস্থিতি আৰু বতৰৰ ফলত নষ্ট হৈ মাটিৰ লগত মিলি গৈ সাৰ হয়। এই সাৰৰ গুণতেই পিছৰ জন্মটো আৰু বেছি শক্তিশালী আৰু প্ৰাণৱন্ত হৈ উঠে। এইদৰে ই বহু উচ্চতালৈ উধাই যোৱাৰ লক্ষ্যকে প্ৰকট কৰি দেখুৱায়।

'আপুনি দেশৰ বাবে কাম কৰি গৈছে আৰু অসংখ্য বিজ্ঞানী, অভিযন্তা আৰু কুশলী কৰ্মকৰ্তাক সহায় কৰিছে। তেওঁলোকৰ সামৰ্থ্যখিনিৰ অপচয় হোৱা নাই বা গুটিবোৰৰ লেখীয়াকৈ তেওঁলোকৰো বাঢ়ন শক্তি অকালতে ব্যাহত হোৱা নাই বুলি আপুনি মোক নিশ্চিতকৈ পতিয়ন নিয়াব পাৰিবনে? আপোনাৰ কাম-কাজৰ ক্ষেত্ৰত শতকৰা কিমানখিনি সফলতা আপুনি দাবী কৰিব পাৰে?'

সেই একেদিনাই মই দিয়া উত্তৰটো আছিল এনেকুৱা ঃ

'প্ৰিয় শ্ৰৱণন!

'মই তোমাৰ শক্তিশালী চিঠিখন আৰু প্ৰশ্নটো কেইবাবাৰো পঢ়ি চাইছো। মই ইছৰো (ISRO) আৰু ডি আৰ ডি অ' (DRDO) প্ৰত্যেকতে কুৰি বছৰকৈ ক্ষেপণাস্ত্ৰ (ৰকেট) প্ৰক্ষেপণ যান আৰু ক্ষেপণাস্ত্ৰ (মিছাইল) নিৰ্মাণৰ কাম কৰি কটাইছো। জীৱনত বহু সাফল্য লাভ কৰিছো। বিফলতাৰ সোৱাদো নোপোৱা নহয়। খুব কম সময়ৰ ভিতৰতে লক্ষ্য সাধন কৰাৰ বাবে মই বহু বিজ্ঞানী, অভিযন্তা আৰু যন্ত্ৰকুশলীৰ সৈতে একেলগে কাম কৰিছো। দলটোৰ যৌথ শক্তিয়ে সেই সফলতাৰ মুখ দেখিছে আৰু বিফলতাৰ পৰাও শিকনি লৈছে। মোৰ দলটোৰ কিছুসংখ্যক সদস্যই জ্ঞান আৰু কৰ্মত মোৰ ক্ষমতাকো চেৰ পেলাই গৈছে। এইটো কথাই মোক অনাবিল আনন্দ প্ৰদান কৰিছে।'

শ্ৰৱণনৰ চিঠিখনে আমাৰ সকলোকে গধুৰ দায়িত্ব অৰ্পণ কৰিলে। দেশৰ নেতাবিলাকে যুৱ প্ৰজন্মটো যে তেওঁলোকতকৈ সুস্থ পৰিবেশত আছে সেইটো নিশ্চিত কৰিব লাগিব আৰু তেওঁলোকৰ স্বাভাৱিক বিকাশ ব্যাহত হোৱা কোনো পৰিস্থিতিত তেওঁলোকক প্ৰক্ষেপ নকৰিবলৈকো সংকল্পবদ্ধ হ'ব লাগিব। সৰ্বোপৰি বৈজ্ঞানিক বিকাশৰ ক্ষেত্ৰত আহিব পৰা বিফলতাৰ পৰা যুৱ প্ৰজন্মক বচাব লাগিব আৰু বিজ্ঞানী, প্ৰয়োগবিদ আৰু আন আন ক্ষেত্ৰত কৰ্মৰত লোকৰ

যাতে সৰ্বাংগীন বিকাশ হয় আৰু তেওঁলোকে যাতে দেশৰ হকে কাম কৰি যাব পাৰে তাৰ বাবে অহৰ্নিশে তেওঁলোকক উৎসাহ-উদ্দীপনা যোগাব লাগিব।

শেষ প্ৰশ্ন এটাৰ উত্তৰ দি মই এই কিতাপখনৰ মোখনি মাৰিব খুজিছো। পৱিত্ৰ ঈদ উপলক্ষে এই প্ৰশ্নটো মোক সোধা হৈছিল। প্ৰশ্নটো হ'ল ঃ 'আজিৰ এই পৱিত্ৰ দিনটোত আপুনি কি বুলি প্ৰাৰ্থনা কৰিব?'

মই কৈছিলো ঃ নিজৰ শিক্ষাগুৰু, বন্ধু-বান্ধৱ আৰু আত্মীয়-স্বজনৰ সুস্বাস্থ্য আৰু সুখ-সমৃদ্ধি কামনা কৰাৰ লগতে মই এই প্ৰাৰ্থনাটিও কৰিম ঃ

'হে সৰ্বশক্তিমান! মোৰ দেশবাসীৰ মনত এনেকুৱা চিন্তা-ভাৱনা আৰু কৰ্মভাৱ জগোৱা যাতে তেওঁলোক আটায়ে মিলিজুলি থাকিব পাৰে!

মোৰ দেশৰ ধৰ্মীয় নেতাবোৰক এনে শকতি দিয়া যাতে তেওঁলোকে বিচ্ছিন্নতাবাদী অশুভ শক্তিবোৰক সমূলঞ্চে মষিমূৰ কৰিব পাৰে!

নেতা আৰু মানুহৰ মনত এই ভাব জগোৱা যে ব্যক্তিতকৈ দেশ বহু বেছি উৰ্দ্ধত।

হে পৰমেশ্বৰ! মোৰ দেশৰ মানুহক অফুৰন্ত কৰ্মশক্তি দিয়া যাতে তেওঁলোকে অতি সোনকালে নিজৰ দেশখনক নদন-বদন কৰি তুলিব পাৰে।'

সিপিঠিত দিয়া বাণীটো মই ইতিমধ্যে চেন্নাই, পোৰবন্দৰ, ৰাজকোট, জামছেদপুৰ, ভুবনেশ্বৰ, দিন্দিগুল, আবু ৰোড, আনন্দ, উদয়পুৰ আৰু দেশৰ বিভিন্ন ঠাইত লগ পোৱা চল্লিশ সহস্ৰাধিক বিদ্যাৰ্থীৰ নামত সমৰ্পণ কৰিছো। আশা কৰোঁ, ২০০৩ বৰ্ষৰ আগষ্ট মাহৰ আগে আগে মই এক লাখ যুৱ মনৰ ওচৰ চাপিব পাৰিম। শতসহস্ৰজনে সমস্বৰে এই গীতটো গালে মই সমৃদ্ধিশালী ভাৰতমাতৃৰ মুখচান্দ দৰ্শন কৰিব পাৰিম।

ভাৰতৰ ভৱিষ্যদৰ্শনেৰে কালামৰ গীত

## যৌৱনৰ গীত

# মই আৰু মোৰ দেশ — ভাৰত

জ্ঞান কাৰিকৰী বিদ্যা আৰু
স্বদেশপ্ৰেমেৰে সুসজ্জিত
এজন যুৱ ভাৰতীয় নাগৰিক মই
মোৰ দৃষ্টিত ক্ষুদ্ৰ লক্ষ্য এক অপৰাধ!

মই কাম কৰিম ঘৰ্মাক্ত দেহাৰে
এক মহান ভৱিষ্য দৰ্শনৰ স্বাৰ্থত
ভাৰতবৰ্ষক এক উন্নত ৰাষ্ট্ৰৰ
ৰূপ দিয়াৰ ভৱিষ্য দৰ্শন
য'ত থাকিব সবল অৰ্থনীতি
আৰু মূল্যবোধৰ গভীৰতা।

শতকোটি নাগৰিকৰে ময়ো এজন
মোৰ এটাই মাথোঁ স্বপ্ন
দেশৰ শত-সহস্ৰ আত্মাক উদ্দীপ্ত কৰাৰ
স্বপ্নই মোৰ মনত থিতাপি ল'লে
অইন যি কোনো সম্পদৰ তুলনাত
উদ্দীপিত একোটি আত্মাও
সবাতোকৈ শক্তিশালী সম্পদ
পৃথিৱীত, পৃথিৱীৰ ওপৰ তল সকলোতে

জ্ঞানৰ চাকিগছি মই জ্বলাই ৰাখিম
সপোনটো পূৰ্ণ নোহোৱালৈকে
— এখন উন্নত ভাৰতবৰ্ষৰ সপোন!

□□□

## প্ৰসঙ্গ পুথিৰ নিৰ্ঘণ্ট ঃ

১। **'উইংছ্ অৱ্ ফায়াৰ্ ঃ** এন অট'বায়'গ্ৰাফী'— এ পি জে আব্দুল কালাম। সহযোগী লেখক ঃ অৰুণ তেৱাৰী [ইউনিভাৰ্ছিটিজ প্ৰেছ (ইণ্ডিয়া) প্ৰাইভেট লিমিটেড, ১৯৯৯]

২। **'ইণ্ডিয়া ২০২০ ঃ এ ভিজন ফৰ দি নিউ মিলেনিয়াম'** ঃ এ পি জে আব্দুল কালাম আৰু ৱাই এছ ৰাজন [ভাইকিং, ১৯৯৮]

৩। **'মেন্ দ্য আন্‌নৌন্'** ঃ এলেক্সিজ কেৰেল

৪। **'টিৰুক্কুৰল্'** ঃ টিৰুৱল্লুবৰ

৫। **'লাইট্ ফ্ৰম্ মেনী লেম্পছ্'** ঃ লিলীয়ান এইচ্‌লাৰ ৱাটছন [ফায়াৰছাইদ, ১৯৮৮]

৬। **'চন্দ্ৰ ঃ এ বায়'গ্ৰাফী অৱ্ এছ্ চন্দ্ৰশেখৰ'** ঃ কামেশ্বৰ চি ওৱালী [ইউনিভাৰ্ছিটিজ অৱ্ চিকাগো প্ৰেছ, ১৯৯২]

৭। **'দ্য হৰ্ছ্ দেট্ ফ্লিউ'** ঃ চিদানন্দ ৰাজঘট্ট [হাৰ্পাৰ কলিন্স ইণ্ডিয়া, ২০০১]

৮। **'এম্পায়াৰ্ছ্ অৱ্ দ্য মাইন্দ্'** ঃ ডেনিছ্ ৱেইট্‌লী [নিকোলাছ ব্ৰীয়ালী পাবলিছিং, ১৯৯৫]

৯। **'এন্ আনফিনিছ্‌ড্ ড্ৰীম্'** ঃ ড° ভাৰ্গীজ কুৰিয়ান [টাটা মেক্‌গ্ৰা হীল, ১৯৯৭]

১০। **'মেনিফেষ্ট্ ইয়'ৰ ডেছ্টিনী'** ঃ ড° ৱেইনি ডব্লিউ. ডায়াৰ [হাৰ্পাৰ কলিন্স ইণ্ডিয়া, ১৯৯৭]

১১। **'কন্‌চিলিয়েন্স্'** ঃ এডৱাৰ্ড অ' উইলছন [ভিনটেজ বুক্‌ছ, ১৯৯৯]

১২। **'ইণ্ডিয়া এজ্ নলেজ্ ছুপাৰ্‌পাৱাৰ্'** ঃ টাস্ক ফ'ৰ্চ ৰিপ'ৰ্ট টু প্লেনিং কমিছন, ২০০১

১৩। **'টেকন'ল'জী ভিজন ২০২০'** ঃ টাইফেক টাস্ক ফ'ৰ্চ ৰিপ'ৰ্টছ, ১৯৯৬

১৪। **'এ নিউ নলেজ ছ'চাইটি'** ঃ ড° এ পি জে আব্দুল কালাম, ২০০০

১৫। **'ৰিপ'ৰ্ট্ অন্ আৰ্‌বানাইজেছন্'** ঃ অধ্যাপক পি. ভি. ইন্দ্ৰসেন, ২০০০

**জীৱন-বৃত্ত ঃ**

১৯৩১ ঃ ১৫ অক্টোবৰ — তামিলনাডুৰ ৰামেশ্বৰমত আবুল পকিৰ জয়নালাবেদীন আব্দুল কালামৰ জন্ম।

১৯৫০ ঃ বি এছ চি ডিগ্ৰীৰ বাবে ছেইণ্ট্ জোছেফ্‌ছ কলেজত ভৰ্তি।

১৯৫৪ ঃ মাদ্ৰাজ ইন্‌ষ্টিটিউট্ অব্ টেকন'লজী (এম আই টি)ত ভৰ্তি।

১৯৫৮ ঃ ডি টি ডি পি (এয়াৰ)ত জ্যেষ্ঠ বিজ্ঞানী সহায়ক।

১৯৬২ ঃ INCOSPAR-ৰ দ্বাৰা থুম্বাত ইকুৱেটৰিয়েল ৰকেট লঞ্চিং ষ্টেশ্যন স্থাপন।

১৯৬৩ ঃ ২১ নৱেম্বৰ — ভাৰতবৰ্ষৰ প্ৰথম ৰকেট 'Nike-Apache' উৎক্ষেপণ।

১৯৬৪ ঃ ৰোহিণী-৭৫ ৰকেট উৎক্ষেপণ।

১৯৬৮ ঃ 'ইণ্ডিয়ান ৰকেট ছ'চাইটি'ৰ গঠন।

১৯৭২ ঃ ৮ অক্টোবৰ — RATO system Sukhoi-16 জেট বিমানৰ পৰীক্ষণ।

১৯৭৪ ঃ ভনীজোঁৱাই জালালুদ্দিনৰ মৃত্যু।

১৯৭৬ ঃ দেউতাক জয়নালাবেদীনৰ ১০২ বছৰ বয়সত পৰলোকপ্ৰাপ্তি। কেইদিনমানৰ পাছতে মাকৰো দেহাৱসান।

১৯৮০ ঃ ভাৰতবৰ্ষৰ প্ৰথম উপগ্ৰহ প্ৰক্ষেপণ যান (এছ এল ভি -৩)ৰ উৎক্ষেপণ।

১৯৮১ ঃ ২৫ জানুৱাৰী — ৰাষ্ট্ৰপতিৰ পৰা পদ্মভূষণ বঁটা গ্ৰহণ।
৩১ মে'— এছ এল ভি-৩ডি-ৰ উৎক্ষেপণ।

১৯৮২ ঃ ডি আৰ ডি এল-ৰ সঞ্চালক হিচাপে নিযুক্তি লাভ।

১৯৮৩ ঃ ক্ষেপণাস্ত্ৰ বিকাশ কাৰ্যক্ৰমৰ আৰম্ভণি।

১৯৮৭ ঃ ৰাষ্ট্ৰপতিৰ পৰা পদ্ম বিভূষণ বঁটা গ্ৰহণ।

১৯৮৮ ঃ পৃথ্বীৰ দ্বিতীয় উৰণ।

১৯৮৯ ঃ অগ্নি মিছাইল উৎক্ষেপণ।

১৯৯০ ঃ যাদৱপুৰ বিশ্ববিদ্যালয়ৰ পৰা 'ডক্টৰ অব্ ছাইন্স' ডিগ্ৰী প্ৰদান।

১৯৯১ ঃ মুম্বাইৰ আই আই টি-ৰ পৰা 'অনাৰেৰী ডক্টৰ অব্ ছাইন্স' ডিগ্ৰী প্ৰদান।

১৯৯৭ ঃ ৰাষ্ট্ৰপতিৰ দ্বাৰা সৰ্বোচ্চ অসামৰিক সন্মান 'ভাৰত ৰত্ন' প্ৰদান।

১৯৯৮ ঃ ভাৰত চৰকাৰৰ বিজ্ঞান উপদেষ্টা পদত যোগদান।

২০০১ ঃ বিজ্ঞান উপদেষ্টা পদৰ পৰা ইস্তফা।

২০০২ ঃ ১৮ জুন ঃ ৰাষ্ট্ৰপতি পদৰ নিৰ্বাচনৰ বাবে মনোনয়ন পত্ৰ দাখিল।
১৫ জুলাই ঃ ৰাষ্ট্ৰপতি হিচাপে নিৰ্বাচিত।
২৫ জুলাই ঃ ভাৰতবৰ্ষৰ একাদশ ৰাষ্ট্ৰপতি হিচাপে শপত গ্ৰহণ।

**গ্ৰন্থখন সম্পৰ্কে কেইটিমান অভিমত ঃ**

'.... দেশৰ শাসক-শাসিত, ডেকা-বুঢ়া নিৰ্বিশেষে দেশক ভাল পোৱা প্ৰতিজন লোকেই 'ইগ্‌নাইটেড্ মাইন্দ্‌চ্' (অনু. — তেজস্বী মন) অধ্যয়ন কৰা উচিত। বহু আগতেই ক'ব লাগিছিল, অথচ কোনেও কোৱা নাই — সেইবোৰ কথাকে ড° কালামে বলিষ্ঠ ভাষাৰে কোৱাৰ প্ৰয়াস কৰিছে। ....'

— *এম ভি কামাথ* (দ্য ছেণ্টিনেল)

'.... প্ৰাঞ্জল ভাষাত ভাৰতৰ অতীত, বৰ্তমান আৰু ভৱিষ্যতক চিত্ৰিত কৰা কালামৰ এক বিশাল কেনভাছ — 'ইগ্‌নাইটেড্ মাইন্দ্‌চ্'। যিখন দেশক তেওঁ ভাল পায়, যিখন দেশৰ গৌৰৱ-গাঁথাই তেওঁক গৌৰৱান্বিত কৰে, ২০২০ চনত সেই স্বপ্নৰ ভাৰতবৰ্ষখন দেখাৰ সৌভাগ্য হ'ব বুলি স্বপ্ন দেখা লোকজনৰ বিপ্লৱী চেতনাৰ এক সাৰ্থক প্ৰতিফলন। ....'

— *অমিতা মালিক* (দ্য হিন্দু)

'.... ভাৰতবৰ্ষৰ ভৱিষ্যতক লৈ কালামে দেখা স্বপ্নৰ প্ৰাঞ্জল আৰু পৰিচ্ছন্ন প্ৰকাশ 'ইগ্‌নাইটেড্ মাইন্দ্‌চ্' এখন হাতত লৈ ভাল লগা গ্ৰন্থ। এগৰাকী মহান দেশপ্ৰেমীৰ ৰাষ্ট্ৰ নিৰ্মাণৰ হাতপুথি। ....'

— *উইলছন জন* (পায়'নীয়াৰ্)

'.... যি সকলৰ উদ্দেশ্যে মহান স্বপ্নৰ সাধক কালামৰ গ্ৰন্থখন প্ৰণীত হৈছে দেশৰ সেই যুৱ প্ৰজন্মৰ প্ৰজ্ঞাক ই প্ৰজ্জ্বলিত কৰিব। ....'

— *খুশবন্ত সিং* (আউট্‌লুক্)

❖ ❖ ❖